হাউলী চৰকাৰী সাহায্য-প্ৰাপ্ত উচ্চ বিদ্যালয়ৰ বছেৰেকীয়া মুখপত্ৰ

# অঞ্জলি

ষোড়শ বছৰ

[ চতুৰ্থ সংখ্যা ]



শঙ্কৰাব্দ ৫২৪, চন ১৩৭৮, শকাব্দ ১৮৯৪, ইং১৯৭২-৭৩

পৰিচালক:— শ্ৰীবলভদ্ৰ দেৱ অধিকাৰী
বি. এ. বি-টি. জি. টি

সম্পাদক:— শ্ৰীঅভিজিৎ দাস

ছাত্ৰ সভাৰ সভাপতি:—
শ্ৰীপবন শৰ্ম্মা বি. এ. বি-টি
প্ৰধান শিক্ষক

ধাইঙী চৰকাৰী সাহায্য-প্ৰাপ্ত উচ্চ বিদ্যালয়ৰ বছেৰেকীয়া মুখপত্ৰ

# অঞ্জলি



ষোড়শ বছৰ

[ চতুৰ্থ সংখ্যা ]



শঙ্কৰাব্দ ৫২৩, চন ১৩৭৯, শকাব্দ ১৮৯৪, ইং ১৯৭২-৩৭

পৰিচালক:— শ্ৰীবলভদ্ৰ দেৱ অধিকাৰী
বি. এ. বি-টি. জি. টি

সম্পাদক:— শ্ৰীঅভিজিৎ দাস

ছাত্ৰ সভাৰ সভাপতি:—
শ্ৰীপবন শৰ্ম্মা বি. এ. বি-টি
প্ৰধান শিক্ষক

ছপাশালা— মুক্তা প্ৰেছ

# সূচী-পত্ৰ

কবিতা মালা

# অঞ্জলি

মফিজুৰ ৰহমান
দশম কলি

(ক)

স্বাধীন যুগৰ জাগৃত সুৰেৰে
ৰচিম অঞ্জলিৰ কবিতা গান,
জনালো আবেগ জগত বাসীক
উথলি উঠিছে আনন্দে প্ৰাণ।

(খ)

অসমী আইৰ মৰমী কোলাত
শোভিছে তোমাৰ কীৰিটি স্থান,
কুলি কেতেকীৰ শুৱলা মাতৰ
ধৰিছে লাহৰী অমিয়া তান।

(গ)

তোমাৰ নামৰ মোহিনী মাধুৰী
যশৰ সৌৰভে আমোল মোল,
দেশৰ গৌৰৱ উজ্জ্বলি উঠিব
উলহ মালহে জগত ভোল।

(ঘ)

তোমাৰ সুনামে সম্পদ বিভূতি
জ্ঞানৰ জেউতি বঢ়াব লই,
উন্নতি আশাৰে তৰুণ তৰুণী
বাণীক পূজিব ভাৰাবে ক'ই।



# এয়া বিহুৰ বতৰ

আহিবা আহিবা বুলি
    বাটচাই থাকোতে,
ওলালাহি তুমি মোৰ
    নিচেই কাষতে।
মলয়া বতাহৰ
    মৃদু পৰশত,
হৈছে উল্লাসিত এই
    সেউজী মৰমত,
উঠিছে কল্লোল মোৰ
    ৰঙালী মনত।

শ্ৰীপ্ৰসেনজিৎ দাস।
নৱম মান [ ক শাখা ]

গছে বনে কুঁহিপাত
বিহুগাৰে জাত জাত,
কুলিৰ কু কু ধ্বনি
শুনো সুৱদি মাত।
ঋতুৰাজ বসন্তৰ
    আগ জাননী,
ডেকা-গাভৰুৰ
    প্ৰেমৰ বিননী,
ধনাইৰ বাঁহীত সেয়া
সু-মধুৰ তান,
ইবোৰে নহয় জানো
    তোমাৰেই দান,
আৰু সেয়া কু কু
    অবুজন গান।

মলয়াৰ ছেৱে ছেৱে
    নাচে মন প্ৰাণ,
নকৰিবা নকৰিবা
    তুমি অভিমান।
ৰঙালী বিহুৰ এই
    ৰাঙলী দিনত
ঝঙ্কাৰ তুলো আহা
    প্ৰেমৰ বীণত।
বৰপথাৰলৈ বলা
    বিহুকে মাৰো
আনন্দেৰে বসন্তক
    উপভোগ কৰো।
উজাৰি হিয়াৰ আজি
    সকলো ব্যথা,
পথাৰতে কম বলা
    হিয়াৰেই কথা।
নাই ভাব ভিন-পৰ
    আমাৰ দুয়োৰে,
একেলগে দুয়ো গাম
    প্ৰাণৰ বিহুকে।
মূৰত ভৰণ লৈ
লুইতৰ পাৰলৈ গৈ
একেলগে গা-ধুম,
বিহুৱান লম।
গুৰু, পিতা-মাতাক
সেৱাকে জনাই
নাম ঘৰলৈ যাম,

চিৰা-পিঠা আদি খাম।
গছে বনে ফুলে
  ফলিয়ালে কলি,
দৈৱজ্ঞই নব
  পঞ্জিকা তুলি
ভবিষ্যৎ আমাৰ লেখি,
সঞ্জিৱনী দিব ঢালি।
পাহৰিলা নেকি তুমি
ৰঙেৰেই ৰং চৰা
এয়া যে অসমভূমি।
কিন্তু ইকি হায়!
তোমাৰ চকুত পানী?
এয়া কিহৰ বিননী?
কান্দিছা কিয় তুমি
  ফেকুৰি ফেকুৰি
কিয় তুমি আজি
  আছা মন মাৰি?
নোৱাৰো থাকিব মই
দেখিলে তোমাৰ দুখ
স্থিৰ চিত্ত হই।
কোৱা, কোৱা কি
  বেদনা তোমাৰ?
শুনাতেনে তুমি
  কিনো দুখমোৰ
শত্ৰুৱে কাঢ়িনিলে
  দুখীয়াৰ কোৰ।
পুৰণিক সাৰটি লৈ
  আছিলো টোপনি গই,
নাভাবি কোনো কথা
  আপোন পাহৰা হই।
হঠাৎ কৰবাৰ পৰা
  আহি শত্ৰুৱে,
কাঢ়িনিলে মোৰ
  আছিল যি সবে।
কাঢ়িনিলে সিহঁতে
  গাভৰু ধাননী,
খাবলৈ নাই আজি
  এটুপি পানী।
এখনি বসন মোৰ
  পিন্ধিবলৈ নাই,
আছো মাথো মই
  কৰি হায় হায়।
আজিযে বিহুৰ দিনা
  যাওঁ কেনেকৈ,
মুখত হাঁহিটি লৈ
  বিহু তলীলৈ।
পজাঁত খাবলৈ আজি
  নাই মোৰ একো,
নোৱাৰোযে তথাপি
  এৰিব বিহুটিকো
নেকান্দিবা নেকান্দিবা
  বুজিছা সব মই,
কিন্তু কৰিবা কি
  কেনিও নাই উপায়।
নহয়, নহয়, হেৰা!
আজি শুই থকাযে
  দিন আৰু নাই
কৰিছো পণ এয়া

// ৪ //

বেলিটিলৈ চাই।
এয়া বছৰ আমাৰ
বিহুৰ বতৰ
সময়ৰ সোঁতযে
অতি খৰতৰ।
অতীতৰ দুখ সৱ
পাহৰি যোৱা
কৰ্তব্য আজি আমাৰ
সাজুহে হোৱা।
আজি আমি সৱে
একগোট হওঁ,
বিচাৰে উন্নতিৰ পথ
বলা ভবিষ্যতলৈ।
আজিযে বিহুৰ বতৰ
শুনা কাণ পাতি
অসমীয়া ডেকা-গাভৰুৰ দল,
আজি আমি সৱে
একতাৰে বান্ধ খাই
আগুৱাই আগলৈ
যাবৰ হ'ল।
নহলেযে আমাৰ
সৱাকে লৈ গ'ল
সেয়েহে আজি আমি
সাৰ পাবৰ হ'ল।
আকৌ আমি দেশৰ
শত্ৰুক খেদি
সিহঁতৰ চক্ৰজাল
একতাৰে ভেদি—
জননীৰ মুখত আহা
হাঁহি বিৰিঙাও
অসমী আইৰ নাম
জগতক জনাও।



## মোৰ কল্পনা



শ্ৰীখনীন্দ্ৰ চন্দ্ৰ নাথ
অষ্টম কলি (খ শাখা)

মোৰ মন যায়---
সকলোকে একতাৰ ডোলেৰে বান্ধ খুৱাই
দেশৰ উন্নতি সাধিবলৈ;
আৰু মন যায়—
সকলোকে সৎপথে চলাই নি
দেশৰ জয়গান গাবলৈ ।
মন যায়—
ৰঙচঙীয়া ৰকেট তৈয়াৰ কৰি
চন্দ্ৰলৈ যাবলৈ আৰু তাত
বিজয়ৰ নিচান উৰাবলৈ ।
আৰু বহুতো কৰিবৰ মন যায়
বহুতো কল্পনা আছে মন ল'ই,
কিন্তু বাস্তৱ যে এটিও নহয়
কল্পনা, কল্পনা হৈয়ে ৰয় ।

---

## —হজৰত মহম্মদ—

শ্ৰীঘন কান্ত দাস
নৱম কলি (ক শাখা)

যেতিয়া এন্ধাৰে ঢাকি
নৰক কুণ্ডল বাকি
আৰবীয় পঙ্কিল সমাজ;
এন্ধাৰতে বুৰ গই
আছিল নীৰৱে অই
নৰৰূপে পিন্ধালাহি সাজ ।
কুৰলীৰ পৰশত আকুল সমাজ যত
পাপাচ্ছন্ন হৈ দেহ মন;

নীৰৱে বিলাই গলা          ভক্তি প্ৰেম ভৱলীলা
নৱ তনু স্নক্ত সুনন্দন।
জগতৰ পাপ তাপ          দেখি মুক্ত ৰক্তলাপ
নভোদয় দেৱৰ সমাজে;
স্থানে স্থানে পঠালেহি          দিব্য জ্যোতি বিলাবহি
দেৱদূত এন্ধাৰৰ মাজে ॥
সিদৰে তোমাকো দেৱ          নতুন কাচোন দিব
আৰবীয় নৰৰ মাজত;
পঠালেহি সিজনাই          যাৰ মহিমা গাই
অবসান নহয় কণ্ঠত।
সিজনাৰ কৃপাতে তুমি          পঙ্কিল আৰব ভূমি
খুলি দিয়া পথ ৰুদ্ধ দ্বাৰ;
মুক্তিৰ যোজনা হেতু          খেদি মহা কালকেতু
প্ৰেমজ্যোতি বিলালা প্ৰাণৰ ॥
আল্লাহু আকবৰ
আল্লাহু আকবৰ
সুমধুৰ আজানৰ ধ্বনি;
চৌদিশে মুখৰিত
তব কণ্ঠে নিনাদিত
মুঞ্জৰিল তব          দৈৱ বাণী ।।
আজিও আকাশধ্বনি          তব দুন্দুভি বাণী
দশোদিশ কৰিছে বিমল;
তোমাৰেই গীত গাই          তোমাৰেই নাম গাই
বিৰাজিছে শান্তি সুধা ঢল।
নীৰৱ আকাশ আজি          নবীন ৰাগিনী বাজি
চমকি চমকি গায় তব গান
দূৰণিৰ মজিদৰ          মধু সিক্ত আজানৰ
নিগৰি নিগৰি পৰে তান।
তোমাৰ সেই নভপাহি          সংসাৰ সোঁতত আহি
স্মৃতি বয় মানস পটত;
ক্ষুদ্ৰ জীৱনৰ মোৰ          তব কণ্ঠ নিনাদৰ
যাচিলোহি অঞ্জলি পাৱত ।।

———

# " হঠাৎ জ্ঞানী "

[ চন্দ্ৰংৰ বৰুৱাদেৱৰ " হঠাৎ পেট্ৰিয়ট নামৰ কবিতাৰ পেৰ'ডি ]

শ্ৰীপ্ৰদীপ নাথ
প্ৰাক্তন ছাত্ৰ ।

(১)

মই হঠাৎ জ্ঞানী হওঁ
(হঠাতে) হিন্দী ইংৰাজী কওঁ
মূঢ় জনতাক মোৰ কথাৰেই
অবাক কৰি থওঁ ।

(২)

মইয়ে জ্ঞানৰ নিধি
জানো বেদ বেদান্তৰ বিধি
মোৰ অবিহনে অসম দেশৰ
কাম নহয় সিদ্ধি ।

(৩)

মই) মোৰ কণ্ঠৰ উক্তিৰে
মন মোহো মানুহৰে
সিহঁতৰ ধন সোণ হাত কৰো মই
বুদ্ধি কৌশলেৰে ।

(৪)

মোৰ পৰিচালনাৰে
চলে, প্ৰতি অসমীয়া নৰে
দিনে দিনে ন ন আঁচনি সজাওঁ
মাজনিশা অকলশৰে ।

(৫)

(মই) দীনৰ মহাজন
ধাৰে দিও বহু ধন
সুতৰ ওপৰতো সুত লগাই
ভৰাও মানি বেগথন ।

(৬)

মই যি যি কাম কৰো
সাধ্য নাই আন কাৰো
নিশাৰ এন্ধাৰত ধানৰ বস্তা
বিদেশলৈ পঠাব ধৰো ।

(৭)

মই মোৰ ধন সাচোঁ
নিদিওঁ অইন কাকো
লোকৰ ঘৰৰ বস্তু পালেই
নিজৰ বস্তুৰে ঢাকো ।

(৮)

মইয়ে যুগৰ জ্ঞানী
মোৰ কথাই বাণী
নামাৰলীখনি, গামুৰেই উৰি
পাওঁ হঠাৎ মাননী ।

—❦—

# এটি গান স্বদেশৰ প্ৰতি

শ্ৰীঅনিল দাস
দশম কলি

পুত্ৰ সব, হে ভাৰত ভূমিৰ,
গোৱা জয় গান, স্বাৰ্থত্যাজি জননীৰ।
কৰা ত্যাগ স্বাৰ্থ কৰা দৃঢ় পণ,
যোৱা যোৱা আগুৱাই ডেকা বৰুগণ।
মহা মানৱৰ আহিঁ লৈ হোৱা অগ্ৰসৰ,
স্মৰি মনত নহয় জননী আনৰ।
কুশল, কনক ভোগ খুদিৰাম মনিৰাম,
আহিঁ লোৱা তব মুখ লোক নাম।
আত্মবলীৰে কৰি ৰাঙলী মাটি,
দলে দলে গৈ দিয়া বুকু পাতি।
সবে ভাই-ভাব লৈ হোৱা এক,
গোৱা গোৱা জননীৰ মহিমা অশেষ।

---

## —ঃ ৰাঙলী সাজেৰে বঙালী বিহু ঃ—

শ্ৰীনাৰায়ণ গোস্বামী
প্ৰাক্তন ছাত্ৰ

(১)

উদ্বেলিত কিয় আজি
প্ৰকৃতি জগত ;
প্ৰকৃতিয়ে কিয় আজি
বহুত মগন ?
যোগ ধ্যান এৰি তপ
ধৰি দৃশ্য অপৰূপ
দেবী তব হৈব ৰূপ
কি হেতু কাৰণ।

(২)

আকাশে পাতালে আজি
লয় লাস সুৰ ধৰি
বাজি উঠে সুমধুৰ গান ;
সেই সুৰ ঝঙ্কাৰে
জোন বেলি তৰাবোৰে
নাচি বাগি গায় আজি
ৰূপৰেই গান।

(৩)

হিৰিখৰ ডালে ডালে
সেউজীয়া আসনেৰে
পল্লৱে পল্লৱে ভৰি
উঠে গীত চন্দ ধ্বনি
ডালে ডালে জপিয়াই
মনকো যে উগুৱাই
কোকিলে ৰচিলে সুৰ
কাকনো আদৰি।

(৪)

ভাৱৰৰ আঁৰে আঁৰে
কেতেকীয়ে ঠাৰে ঠাৰে
উৰি উৰি দিয়ে আজি
ৰঙৰ বাতৰি ;
জেতুকাৰ বোল সানি
ৰঙা নীলা ৰূপ ল'ই
হালি জালি ফুলবোৰে
উদ্বিগ্ন চিতেৰে মাতে
ভ্ৰমৰ আদৰি।

(৫)

শিপিনীয়ে তাঁত বই
মনতেহে আশা ল'ই
তাঁতৰেই মাতে মাতে
গায় নাম জাতে জাতে
মনতেহে ৰং পাই পাই।
গোহালিৰ গৰুবোৰে
জীৱন পাতনি ৰচে
আশীৰ্ব্বাদ লয় আজি
নৱ জীৱনৰ ;
মানৱৰ আশা ভৰা
হিয়া উবুৰাই দিয়া
মৰম বান্ধোনে আজি
বান্ধেহি সাদৰি।

(৬)

(আজি) বহাগী বাঙলী
ৰঙতে কাচলি
সেইহে কাৰণে
জগত লৰালি;
তোৰেই নামেৰে
পৃথিবী কপালি।

(৭)

লাচনি পাচনি
বহাগী নাচনী
প্ৰকৃতিক কৰিলি
এনোৱা সেউজী
সেইহে আজি—
ঢৌ খেলি খেলি
ন ন ৰূপধৰি
বহাগী ৰঙিনী
আহিলি সাজিলি
প্ৰকৃতিক উদ্বেলিত কৰি।
সেইহেতু আজি—
বহাগী ৰঙৰ এয়া
ৰূপৰেই ৰঙতেই
মৰমৰ সৌৰভ ৰচিলি।



# এটি বিহগীৰ প্ৰতি

শ্ৰীপ্ৰাণনাথ পাঠক
দশম কলি

( ১ )

এপৰ দুপৰ কৰি
মাথোঁ এটি কথা ভাবি;
হঠাতে বলিয়াৰ দৰে
হোৱা যেন মনে ধৰে ।

( ২ )

সদায় মনলৈ আহে
এটি বিহগীৰ কথাহে;
কিন্তু চাই থাকোঁতে,
অসহ্য বোধে মনে ।

( ৩ )

তথাপি মনৰ আশা
ফলৱতী হ'বৰ হকে ;
থিতাপি লৈ আস্তমাই ,
সময়ৰ গতি চাই ।

( ৪ )

কাহানী দৰ্শন হলে
আনন্দ লোভে মনে ;
মেঘৰ দৰে যায় উৰি ;
মনৰ মধুৰ বোজাটি ।

( ৫ )

বিহগী গলে আতৰি
সময়ো যায় গুচি;
দুঃখ ভাৰৰ বোজা আহে,
বিহগী অদৃশ্য হলে ।

(৬)

সুযোগৰ ভাঁৱ লই
চাপো বিহগীৰ ছবি;
কাহানি হয় সুফল,
আৰু কাহানি কুফল।

(৭)

দিন মাহ পাৰ হল
কাহানিবা হয় মিলন ;
সেয়ে বিহগীৰ হকে ,
কান্দি উঠে মন প্ৰাণে ।

(৮)

কাচিৎ মিলন ঘটিলে
আনন্দ বোধে মনে ;
কিন্তু নিষ্ঠুৰ বিহগী .
উৰি যায় জোকাই জোকাই।

(৯)

অতপালি সহ্য কৰি
মন বান্ধিছো বোজাই;
কৰা নাই অত্যাচাৰ,
আৰু অন্যায় চৰাইৰ ।

(১০)

নিঠুৰাৰ দৰে হই
ক্ষাম চাপিছো ধাতাৰ ছবি;
চিৰ-দিনৰ বাবে কাহানি,
পাম জানো? হেপাহৰ বিহগীটি।



# পাগলীৰ কাহিনী

শ্ৰীসতীশ দাস
দশম কলি

"হাঃ হাঃ হাঃ কিয় ? কিয় ? মোক সকলোৱে পাগলী বুলি ইতিকিং কৰে। তেন্তে মই পাগলী। সৌ কণ কণ ল'ৰা-ছোৱালীবোৰেও মোক ইতিকিং কৰে। যেন মই সঁচাকৈ পাগলী।"

"সৌ নীল আকাশৰ চন্দ্ৰ ওলাই, জোনৰ মিঠা ৰূপালী পোহৰেৰে সমগ্ৰ পৃথিবীকে আকোৱালী লৈছে। এই মিঠা পোহৰত ফুৰিবলৈ বৰ ভাল লাগে।"

মিনুৱে এনেকৈ ভাবি থাকোতেই হঠাৎ এচপৰা ক'লা মেঘে ৰূপালী জোনটোক ঢাকি পেলালে। গোটেই পৃথিবীখন এন্ধাৰত পৰিণত হ'ল। এই দৃশ্য দেখি মিনুৰ বৰ খং উঠিল। মিনুই আচৰিত হৈ নিজকে নিজে ক'লে--- "তয়ো মোক দেখি লুকাইছ ? তয়ো মোক পাগলী বুলি ঘৃণা কৰিছো ?? হাঃ হাঃ হাঃ পাগলী বুলি মোক সকলোৱে জোকায়। এই ৰূপালী জোনটোৱে মোক দেখি কৰবাত লুকাই পৰিল। ঠিক আছে মই আৰু তোৰ লগত কথা নাপাতো।" এই বুলি কৈ কৈ মিনুৱে হাঁহি হাঁহি কৰবালৈ গুচি গ'ল।

.... .... .... মিনু সঁচাকৈয়ে পাগলী। তাইৰ ওৰে জীৱনটো কিহবাই গ্ৰাস কৰি পেলাইছে। তাই আজি অকলশৰীয়া। .... .... ....তেতিয়া মিনু নৱম মান শ্ৰেণীৰ ছাত্ৰী। এদিন স্কুলৰ পৰা আহি দেউতাকৰ ওচৰলৈ গৈ কোমল মাতেৰে ক'লে— "দেউতা" মিনুৰ মুখত মিচিকিয়া হাঁহি। দেউতাকে সেই সময়ত এখন কিতাপ পঢ়াত মগ্ন আছিল। কিতাপ পঢ়িবলৈ এৰি বিতচকুযোৰ খহাই হাতত লৈ মিনুলৈ চাই ক'লে— "কিয় মাতিছা মা।"

"দেউতা মোৰ ফুৰিবলৈ বৰ মন গৈছে। মই ফুৰিবলৈ যাও দেউতা।" দেউতাকে মিনুক যাবলৈ অনুমতি দিলে। মিনু ড্ৰেচিং ৰুমলৈ গুচি গ'ল।

* * *

দেৱেন বৰুৱাৰ একমাত্ৰ ছোৱালী মিনু বৰুৱা। একেটি কন্যাৰ কাৰণে যি খুজে তাকে কৰিবলৈ দিয়ে। দেৱেন বৰুৱা ধনী

নহয় যদিও দুখীয়াও নহয়। দেউতাকে মিনুক হৰ মৰম কৰে সেইবাবে দেউতাকক মিনুৱে মানি চলে। দেউতাকৰ অনুমতি ব্যতিৰেকে কলৈকো নাযায়।

মিনুৰ তিনি বছৰ বয়সত মাকৰ মৃত্যু হয়। মাকৰ কথা তাইৰ মনত নপৰে। নাভাবেও। দুই এজনী বান্ধবীয়ে সুধিলে অৱশ্যে অলপ চকুলো টোকে। মিনুৰ কোমল মুখ, সুন্দৰ চেহেৰা আৰু থুনুক-থানাক মাত শুনি দেউতাকে সংসাৰৰ দুখ শোঁক সকলো পাহৰি যায়। দেউতাকে মিনুৰ বাৎসল্য প্ৰেমত আৱদ্ধ হৈ পুনৰ দ্বিতীয় বিবাহ নকৰিলে।

মিনুৱে ড্ৰেচিং ৰুমত প্ৰৱেশ কৰি কিবা এটি বিচাৰিবলৈ ধৰিলে। প্ৰায় পোন্ধৰ মিনিট মান বিচাৰি আনি নিজকে সজাবলৈ ধৰিলে। সজায় পৰাই আৰ্চীখন আনি নিজৰ ৰূপটো চাবলৈ ধৰিলে। ···· ····আজি মিনুক বেচ শুৱাইছে। ৰঙতে গাল দুখন পকা বিলাহী যেন হৈছে। বুকুখন আনন্দতে নাচিবলৈ ধৰিছে কিহবাৰ আশাত। চকুত আজি তাইৰ বেদনাৰ ছাঁ নাই আছে যৌৱনৰ মাদকতা। শিহৰণ। উজ্জ্বল ভবিষ্যৎ। টেবুলত আৰ্চীখন থৈ তাই ফুৰিবলৈ ওলাই গল কেইজনী মান বান্ধৱীৰ সৈতে।

মিনু নিয়মানুবৰ্ত্তিতাৰ দাস। কাৰণ তাই নিয়মৰ মাজেৰে চলে। ৰাতিপুৱা কিতাপ পঢ়ে। তাৰ পিচত খাই-বই স্কুললৈ যায়। স্কুলৰ পৰা আহি অলপ পঢ়ে। তাৰ পিচত খাই-বৈ স্কুললৈ যায়। স্কুলৰ পৰা আহি অলপ ফুৰে। ৰাতি আকৌ পঢ়ে। সময় পালে ধান্ধনি ল'ৰাটোক সহায় কৰে। লগতে দেউতাকৰ কামত আল-পৈচানো ধৰে। মিনুৱে সময়ত শৰ মাৰি শৰ পহু মাৰিব জানে।

যোল্ল বছৰ বয়সত মেট্ৰিক পাচ কৰিলে। এতিয়া মিনুৱে কলেজত পঢ়িবলৈ নাম লিখিবৰ কাৰণে দেউতাকক কথাটো ক'লে। দেউতাকে নাম লগাই দিব বুলি আশ্বাস দিলে। মিনু সন্মত হ'ল।

কিন্তু নিয়তিৰ কি নিষ্ঠুৰ খেল্লা হঠাৎ কলা এচপৰা মেঘে ৰূপালী জোনটোক গিলি পেলাই এন্ধাৰ কৰাৰ দৰে বৰুৱাৰ ঘৰখনতো এন্ধাৰে ঢাকনি মাৰিলে। দেবেন বৰুৱা টি, বি, ৰোগত আক্ৰান্ত হ'ল। তেওঁৰ সোণৰ সংসাৰত জুইৰ ফিৰিঙতি চতিয়াই দিলে যেন এই জুইৰ ফিৰিঙতিয়ে বৰুৱা, মিনুক পুৰি মাৰিব। মিনু উপায়হীন হৈ পৰিল।

ক্ৰমে দেউতাকৰ নৰীয়া টান হৈ আহিল। বহুতো ডাক্তৰ কবিৰাজে চিকিৎসা কৰিলে কিন্তু শিপা নোহোৱা গছৰ গুৰিত পানী দিলে জানো জী উঠে? বৰুৱাৰো সেয়ে হ'ল। চিকিৎসাই কাম নিদিলে। টি বি ৰোগে তেওঁৰ সৰ্ব্বায়ুস শেষ কৰিলে। দেউতাক নৰীয়া হোৱাৰ পৰা মিনুৰো কলেজত পঢ়া নহল। ইফালে দেউতাকৰ চিন্তাই তাইক খুলি খুলি খাব ধৰিলে। মিনুৰ এই পৃথিবীত দেউতাকৰ বাহিৰে কোনো নাই। তাইৰ দেউতাকৰ বেমাৰৰ চিন্তা আৰু অকল শৰীয়া জীৱনৰ

চিন্তাই গভীৰ সাগৰত পেলাই দিলে। ইফালে কোনো আশা নেদেখি দেউতাকৰ ওচৰত বহি কান্দি কান্দি চকু উখহাই দিলে। মুৰ আচন্দ্ৰাব ধৰিলে । উন্মত্ত যৌৱনবেশী মিনু আজি ষাঠী বছৰীয়া বুঢ়ী যেন হ'ল।

মিনু সঁচাকৈয়ে অকলশৰীয়া হ'ল। তাইৰ দেউতাক নাথাকিল। সংসাৰৰ দুখ কষ্ট ভোগ কৰি তিনি মাহ টি, বি, ৰোগত আক্ৰান্ত হৈ এদিন ৰাতি প্ৰায় দুই মান বজাত জীৱনৰ শেষ নিশ্বাস পেলালে। কালৰ নিষ্ঠুৰ গতিয়ে মিনুক অকলশৰীয়া কৰিলে। এই অকলশৰীয়া জীৱনৰ কথা ভাবি তাইয়ো দেউতাকৰ চিতাত যাহ যাবলৈ ওলাইছিল। কিন্তু গাওঁৰ মানুহে বাধা দি ধৰি ৰাখিলে। মিনুৰ দেহটোক ধৰি ৰাখিলে। কিন্তু আত্মাটো ধৰি ৰাখিব নোৱাৰিলে। আত্মা বিপৰীত মুখী হ'ল। মিনুৰ মূৰৰ বিকৃতি ঘটিল। তাই সদায় কান্দি থাকে। কান্দি কান্দিয়ে তাই কেতিয়াবা খিল-খিলকৈ হাঁহিবলৈ ধৰে। ঘৰত থাকিবলৈ এৰি বাটে ঘাটে ফুৰি ফুৰা হ'ল। শেষত পথাৰে পথাৰে ফুৰিবলৈ ধৰিলে। ঘৰলৈ নহা হ'ল। মিনু সঁচাকৈ পাগলী হ'ল।

এনেকৈয়ে মিনুৱে ৰাতি দিনে ঘূৰি ফুৰে। এইদৰে নিষ্ঠুৰ নিয়তিৰ তাৰণাত পৰি আজি ষোল্ল বছৰীয়া উন্মত্ত যৌৱনে ওপচা মিনু দেউতাকৰ অবিহনে পাগলী হ'ল। তাইক কোনেও আশ্ৰয় নিদিলে। আশ্ৰয়হীনা, পিতৃ-মাতৃ হীনা মিনু বকুৱা সংসাৰৰ তাৰণাত পৰি পাগলী হৈ ৰ'ল। ..... ..... .....

আশ্ৰয়হীনা পিতৃ-মাতৃ হীনা
ষোড়শী ছোৱালীজনী
সংসাৰৰ তাৰণাত পিতৃ-মাতৃৰ ভাৱনাত
পাগলী হ'ল দুখুনী।



# নিয়তিৰ হাঁহি

"মনত আশা ভৰসা ৰঙিন ছবি লৈ দৰিদ্ৰ সন্তান নিপে কল্পনাৰ ৰংঘৰ বাসনাৰ তজাতল ঘৰ যে কত আকাঙ্খাৰ কাৰেংঘৰ সাজিছিল। ভৱিষ্যত স্বৰ্ণালী কল্পনাক বাস্তৱৰ পিঠিত অভিনয় কৰিব। কিন্তু অলক্ষিতে দুৰ্ব্বাৰ নিয়তি হাঁহি বিৰিঙায়। নিপে বিৰহৰ বেদনা দি সকলোৰে আগৰ পৰা অচিন দিগন্ত লৈ গুচি যায়। লগে লগে চৌধুৰী পৰিয়াল আৰু

আঘোণী বাইৰ করুণ অশ্রু ভাহি উঠে।”
ভা ··· ··· বি ··· ··· সে ··· ··· কি ???
“বঞ্জু তুমি যিদিনা মোক দেশৰ সুব্যক্তি হবলৈ কৈছিলা, সিদিনা মোৰ সচাঁকৈ ভাল লাগিছিল। মই এটি ন পথেৰে গঢ়ি উঠি জীৱনৰ এটি কাল কটাম।”
নিপ জানো সুব্যক্তি হব ??
মানস মঞ্চত স্মৃতি জাগি উঠে।

নিপ দৰিদ্ৰ নিছলা ঘৰৰ আঘোণী বাইৰ একমাত্ৰ পুত্ৰ। আঘোণী বাই দৰিদ্ৰতাৰ লগত কঠোৰ সংগ্ৰাম কৰি সংসাৰ চাকনৈয়াত উটি বুৰিও ক্ষান্ত নহৈ লোকৰ কাম বন কৰি পুত্ৰ নিপক পঢ়াশালিলৈ পঠাইছিল। নিপে মনত ডুবাৰ আশা লৈ পঢ়াৰ গতিৰে ওঠৰতা শৰত পাৰ কৰিলে। শ্ৰেণীৰ ভিতৰত প্ৰথম হৈ সি দশম কলিলৈ সফল্যতা লাভ কৰিলে। সি নিজৰ মনতে লুকাই থাকি অজ্ঞাত সাৰে চৌধুৰী পৰিয়ালৰ লগত ঘনিষ্ঠতাত লিপ্ত হয় বঞ্জুৰ দদায়েক ৰবেনৰ সান্নিধ্যত। চৌধুৰী পৰিয়ালেও তাক পুত্ৰবং স্নেহ কৰিছিল। নিপক সিহঁতৰ ঘৰলৈ প্ৰায়ে লগত লৈ যায়। নিপৰ চৰিত্ৰই সকলোকে আকৰ্ষণ কৰে। নৱম মান শ্ৰেণীৰ ছাত্ৰী ৰঞ্জুই নিপৰ মৰম লগা কথা আৰু অমিয় ব্যৱহাৰত মুগ্ধ হৈছিল।

সিদিনা শনিবাৰ। নিপে ৰবেনক বিচাৰি সিহঁতৰ ঘৰলৈ গ'ল। হাউলীত শনিবাৰৰ হাটৰ দিনাথন শাক-পাচলি কিনিবলৈ ৰবেন বজাৰলৈ গৈছে।

সন্ধিয়া সময়। আকাশত তাৰকাৰাশিয়ে ধেমালি কৰিবলৈ আৰম্ভ কৰিছে। ৰঞ্জুই নিপক ঘৰত অপ্ৰত্যাশিত ভাৱে দেখি শুশ্ৰূষা কৰিলে ভাৰতীয় কন্যাৰ আদৰ্শত। নিপে উভতি চাই পিয়ালাটো হাতৰ পৰা থৈ, তামোল এখন মুখত ভৰাই ল'লে। মৌন চিন্তা ... ...
আচ্ছা “ৰঞ্জু আজি মই তোমাক ভনী হিচাবে এটি প্ৰশ্ন সুধিব খোজো, কোৱা, বেয়া পাবা জানো? তাই তল মূৰকৈ উত্তৰ দিলে “কওঁক”। চকাৰ কাষত থিয় দি ৰল ৰঞ্জু। “ৰঞ্জু সচাকৈ কোৱা.... ... নিপে সুধিব নোপাওতে তাইৰ যদি প্ৰশ্নটি আচহুৱা আছিল তথাপি চেষ্টা কৰিছিল উত্তৰ দিবলৈ। তাই উত্তৰ দিয়ে কি? তাইৰ মুখমণ্ডল ৰঙা পৰি উঠিল! “নেমাতিলা দেখোন?”
এনে প্ৰশ্ন নিপৰ মুখত শুনি তাই গভীৰ ভাবে উত্তৰ দিলে নিপদা! আপুনি আগন্তক মেট্ৰিক পৰীক্ষাত যাতে সুখ্যাতিৰে পাছ কৰিব পাৰে” প্ৰশ্ন পলকতে সমাধান হৈ গ'ল।

কালৰ চক্ৰ কালৰ গতিত যাব ধৰিলে। আহিল পৰীক্ষা। সেই বছৰত ৰঞ্জুৰ দদায়েক ৰবেন আৰু নিপে একে লগে পৰীক্ষা দিলে। ঋতু পাৰ হ'ল, বাৰ দিন দিগন্তৰ বুকুত লীন হ'ল। পৰীক্ষাৰ খবৰ ওলাল। নিপে সেই পৰীক্ষাত অসমৰ প্ৰথম স্থান অধিকাৰ কৰিলে। আৰু ৰবেন? ৰবেনে প্ৰথম বিভাগত পাছ কৰিলে। নিপ আহি ওলাল চৌধুৰীৰ ঘৰলৈ। ৰঞ্জুই একে দৌৰে নিপৰ কাষ চাপিল। মনত আনন্দ হিয়া উপচা তাইৰ। “চাহ খুৱাব লাগিব ? “কিহৰ চাহ?” “পৰীক্ষাত

পাছ কৰা” । “ তুমি ?” “ মই কিহৰ ?” দদায়েৰাও পাছ কৰিছে নহয়। “ দদায়ে খুৱাব।” আগতে আপোনাৰ নিপদা। দুয়োবো হাঁহি তামচা চলি থাকিল। নিপ হঠাৎ নিমাত। নিপ দৰিদ্ৰ নিছলা ঘৰৰ সন্তান। সি পইচা পাব ? “কত ?” ৰঞ্জুই নিপক দেউতাকৰ ওচৰলৈ লৈ গ'ল। ৰবেনও আহি ঘৰ পালে। “নিপ খবৰ পালানে ?” অলপ আগতে পাইছো। “মই স্কুলৰ বাইদেউৰ কাকততে পাই” ৰঞ্জুই মধুৰ সুৰত কলে । আটাইকেইজনে একে লগে বহিল। ৰঞ্জুই আগবাঢ়ি গৈ চাহ মিঠাই আনি দিলে। আটায়ে চাহ খাবলৈ ধৰিলে। কিন্তু ? নিপেতো হাতত চাহ তুলি লোৱা নাই। নিপ চিন্তা মগ্ন। চৌধুৰীয়ে এটি গধুৰ ভাবত— “নিপ কি চিন্তা কৰিছা ?” এটি দীঘল হুমনিয়াৰে চাহ হাতত তুলি ললে নিপে। আটায়েৰে চাহ খোৱা হ'ল।

চৌধুৰীয়ে নিপৰ ফালে এবাৰ আৰু ৰবেনৰ ফালে এবাৰ চালে। “এতিয়া তোমালোকে ক'ত পঢ়িবা ? ৰবেনে টপৰাই উত্তৰ দিলে— মই ডাক্তৰী পঢ়িবলৈ যাম ডিব্ৰুগড়লৈ। নিপ নিমাত । তাৰ হিয়া চঞ্চল হৈ পৰিল। আবৰি ধৰিলে ঘোৰ অন্ধকাৰে। সি পঢ়িবলৈ জানো পইচা পাব। মাক আঘোণীবাই কোনো ৰকমে খুজি মাগি লোকৰ কাম বন কৰি জীৱিকা নিৰ্ব্বাহ কৰে। সেয়েহে নিপ প্ৰায় ভাগ চৌধুৰী পৰিয়ালতে .... .... । নিপ .... .... । ‘তুমি কিহৰ চিন্তা কৰিছা ?” নিপক যে চৌধুৰী পৰিয়ালে ভাল পায়। “তুমিও ৰবেনৰ লগতে পঢ়িবলৈ যোৱা ’। সময়বোৰ দিগন্তৰ বুকুত উৰি গ'ল !

সিদিনা সোমবাৰ। দুয়ো যাবলৈ ওলাল, উচ্চ শিক্ষা লবলৈ । সকলোবোৰ খৰচ বহন কৰিলে চৌধুৰীয়ে। দুয়ো ডিব্ৰুগড়লৈ অধ্যয়নৰ কাৰণে গ'ল। যাবৰ সময়ত ৰঞ্জুক চিন্তামগ্ন হৈ থকা দেখিবলৈ পোৱা গ'ল। নিপে সকলোৰে পৰা বিদায়লৈ আৰু সৰা জনাই উচ্চ মানসেৰে চৌধুৰী পৰিয়ালৰ মৰম চেনেহৰ সহায়ত অধ্যয়নত ৰত হবলৈ সাজু হ'ল। কিন্তু কি আচৰিত । কালৰ নিষ্ঠুৰ নিয়তিয়ে হাঁহি বিৰিঙায় ৰঞ্জু আৰু আঘোণী বাইৰ ওপৰত। লগতে চৌধুৰী পৰিয়ালৰ ওপৰত। কি কালৰ গতি। হায় !!! ডিব্ৰুগড়লৈ যাবৰ দিনাই মটৰ দুৰ্ঘটনা হ'ল আধা বাটত। আৰু সেই দুৰ্ঘটনাতে নিপ ইহসংসাৰৰ পৰা বিদায় ললে । লগে লগে আহি পৰিল এই খবৰ বাটে–ঘাটে, চহৰে–নগৰে । এই খবৰ পাই ৰঞ্জুই মানুহৰ আৰত কান্দিলে । চৌধুৰী পৰিয়ালৰ ভবিষ্যতৰ সোনালী ভাৰসা ক্ষন্তেকতে মৰহি গ'ল । নিপতো ইহসংসাৰত নাই । সি লীন হৈ পৰিছে দিগন্তৰ বুকুত । ৰঞ্জুৰ মানস মঞ্চত এটুকুৰা ক'লা ডাৱৰে আৱৰি ধৰিলে । আৰু আঘোণী বাই ? তাইও বল পাগলী হৈ। লগে লগে কালৰ কলা ডাৱৰলৈ ৰঞ্জুই একেথৰে চাই থাকিল অতীতৰ স্মৃতিবোৰ লৈ। তাইৰ আৰু পিতৃ-মাতৃৰ সোনালী কল্পনা পলকতে নোহোৱা হ'ল— বৈ থাকিল মাথো চিৰ দিনৰ বাবে কৰুণ অশ্ৰু !! নিপ আশাৰ সিপাৰত । নিয়তিয়ে যেন পৃথিবীৰ আশা আকাঙ্খাক অট্টহাস্য কৰি গাব লাগিছে সুদূৰৰ পৰা ভাহি আহিল পূণ্যভূমি ভাৰতৰ এটি ছন্দ

“নিয়তি বিধায় পুংসা প্ৰথমং সুখং উপৰি দাৰুনং দুখং।”



# সময়ৰ আঁৰে আঁৰে



শ্ৰীশৈলেন্দ্ৰ কুমাৰ দেৱশৰ্ম্মা
নৱম কলি ( ক )

"আপুনি পৰেশ মহাজন। আপুনি মহাজন হৈ এই দেশত, এই সময়ত এইদৰে ইয়াত কিয় ? আপুনি .... .... .... .... ।"

আজি বহুদিন আগৰ কথা । হৰকান্ত তেওঁৰ পুতেক জীয়েক আৰু ঘৈণীয়েকেৰে সৈতে ছয় জনীয়া এটি সাধাৰণ পৰিয়াল। ঘৰ পাকিস্থানৰ মৈমনসিং জিলাত । ডাঙৰ পুতেক নীলকান্ত সৈন্য বিভাগত কাম কৰে । তাৰ দৰমহাৰেই কোনো মতে দিন য'ক কাপোৰ নাফাটক কৈ সময় চক্ৰৰ ঘূৰণৰ লগে লগে ফেৰ মাৰি আগবাঢ়ি যাব ধৰিলে ভবিষ্যতৰ ৰঙিন কল্পনা বুকুত বান্ধিলৈ ।

পৰেশ দাস তেওঁৰেই পুৰণি কলীয়া স্কুলীয়া বন্ধু । বৰ্ত্তমান সাধাৰণ প্ৰজাৰ শোষণ কৰা ৰক্তৰেই গঠিত তেওঁৰ সম্পত্তি। আজি সমাজৰ গন্য-মান্য এজন সু-পৰিচিত ব্যক্তি পৰেশ । সময়ৰ চক্ৰ সদায় সমানে ঘূৰিবে। এই ঘূৰণৰ লগত ফেৰ মাৰি আগ বাঢ়িব মানে এক দুৰ্ব্বিই বিপদক নিমন্ত্ৰণ কৰি অনা। হৰকান্তও তেনেকুৱা এক পাক চক্ৰত পৰিল ।

আজি তিনি মাহ হ'ল । নীলকান্তৰ কোনো বা-বাতৰি নাই কোনো দূৰ দেশলৈ গৈছে যুদ্ধৰ নিমিত্তে হৰকান্ত মহা বিপাঙত পৰিল । দুখ মানুহৰ জীৱনলৈকে আছে । কিন্তু এই দুখে বাৰুকৈয় প্ৰতিপত্তি বিস্তাৰ কৰিলে হৰকান্তৰ ওপৰত। ইফালে টেকেলি কাভি আন ফালে নীলকান্ত সন্ধানহীন। কোনে জানে কাৰ ভাগ্যৰ লিখন কেনেকুৱা। হৰকান্ত উপায়হীন হ'ল । জীৱিকা নিৰ্ব্বাহৰ বাবে বেচেৰাই সকলো বেটি কিনি শেষ কৰিব ধৰিলে। শেষত বাকী থাকিল মাটি বিঘা আৰু পজাটো। অভাৱত থল ঠেকত পৰি এদিন বিষাদ মনেৰেই আগ বাঢ়িল, তেওঁৰ পুৰণি বন্ধু পৰেশৰ ওচৰলৈ। তেওঁ ভাবিছিল হৰকান্তৰ এনে অৱস্থাত নিশ্চয় পৰেশে সহায় কৰিব । কিন্তু তেওঁৰ চিন্তাৰ ব্যতিক্ৰম হ'ল । যি ভাবিছিল সি বিপৰীত ৰূপহে ললে । সহায়ৰ কথা শুনি পৰেশৰ ধন গৰ্ব্বী চেলেঙীয়া মনটোৱে নিমিষতে

জোকাৰ খাই উঠিল। খন্তেকতে তেওঁৰ চকুৰে যেন জুই ফিৰিঙতিহে উফৰিল। বজ্ৰধ্বনিৰে কবলৈ ধৰিলে— "কি লাগে তোক?" টকা? "টকা খুজিলে পোৱা যায় নেকে? আমি তইঁতৰ বাবে কষ্ট কৰি ধন অৰ্জ্জা নাই নহয়। গুচি যা ইয়াৰ পৰা।"

হৰকান্তৰ অন্তৰ এক দুৰ্ব্বিহ বেদনাত জোকাৰ খাই উঠিল তেওঁ কেতিয়াওঁ এনে এক নিৰ্ম্মম প্ৰত্যুত্তৰৰ বাবে সাজু নাছিল। তেওঁ নিমিষতে পুৰণি কলীয়া সেই বন্ধুত্ব বোলা বস্তুটো হেৰাই পেলালে। এক ক্ষণো থিয়েৰে থাকিব নোৱাৰা হ'ল। মুহূৰ্ত্ততে কোনো এক মূক বেদনাৰ অন্ধকাৰে তেওঁক আক্ৰমণ কৰিলে লগে লগে হৃদয়ৰ অন্তিম স্থলৰ পৰা নিগৰি আহিল এটি দীৰ্ঘ নিঃশ্বাস য'ত বিষাদৰ কণা মিশ্ৰিত হৈ থকা অনুভৱ কৰিব পৰা গৈছিল। বাহিৰলৈ ওলাই আহিল চিন্তা ক্লিষ্ট ভাৱে। তেওঁ তেতিয়া কি কৰিব। ঘৰলৈ উলটি যাব নেকি! নাই নাই ঘৰলৈ সুদা হাতে যাব নোৱাৰে। পেটৰ বাবে, লৰা ছোৱালীৰ বাবে, তেওঁৰ একমাত্ৰ সম্পত্তি খিনিকে বন্ধক থব লাগিব। পুনৰাই উলটি গ'ল হৰকান্তই উদ্বিগ্নচিত্তেৰে পৰেশৰ ওচৰলৈ।

এইবাৰ পৰেশক কিছু প্ৰফুল্লিত দেখা গ'ল। হৰকান্তই পৰেশৰ ওচৰত নিজৰ ঘৰ মাটি সকলোবোৰ বন্ধক থৈ ভাৰাক্ৰান্ত ভাৱেই দুশ টকালৈ লাহি খোজেৰে তেওঁ আগ বাঢ়িল গন্তব্য স্থানলৈ। দুই মাহৰ ভিতৰত টকা ঘূৰাই দিব নোৱাৰিলে তেওঁৰ ঘৰ মাটি সকলো সাধাৰণ প্ৰজাৰ ৰক্ত পিপাসু পৰেশৰ অধীনলৈ যাব। ঘৰ মাটিৰ বাবে হৰকান্ত অতি চিন্তিত হৈ পৰিল। হায়! বিধাতাৰ কি নিষ্ঠুৰ বিধান।

নীলকান্তৰ খবৰ নাপাই হৰকান্ত বেছি চিন্তিত হৈ পৰিল। ইপিনে টকাও দুই মাহৰ ওচৰ পাওঁতেই শেষ হ'ল তিনি দিনৰ পিচত দুই মাহৰ বাকী থকা সময় খিনিও শেষ হ'ল।

এদিন পৰেশে গৰ্ব্বীত ভাৱেই হৰকান্তক ঘৰৰ পৰা উলিয়াই দিলে। পশ্চিমৰ ক'লা ডাৱৰ খিনি লাহে লাহে পাতলিল। আৰু উৰি গ'ল কোনো দূৰ দিগন্তলৈ। হৰকান্তৰ দুখৰ ভাৱনাওঁ উটি গ'ল লাহে লাহে যাওঁ যাওঁ মূৰ্ত্তি ধৰি অহা সেই ডাৱৰৰ লগে লগে। হেন সময়তে হৰকান্তৰ বৰ পুতেক নীলকান্ত উপস্থিত হ'ল। এক অজান বিপদৰ সঙ্কেত লৈ। তাৰ লগত থকা পইচাৰে কিছু চাউল, দাইল কিনি পেট পুৰাই খাই-বৈ উঠিল সকলোটি, লগে লগে হৰকান্তই এটি শান্তিৰ দীৰ্ঘ নিঃশ্বাস পেলালে আৰু পশ্চিমৰ পৰা অহা মৃদুমলয়াৰ লগত ক্ৰমে মিলি ভাহি গ'ল দূৰ বিদূৰলৈ।

তাৰ পিচত সেই দিনাই তেওঁলোক ৰাওঁনা হ'ল অসমৰ নগাওঁত থকা হৰকান্তৰ সৰু ভায়েক নৰেন দাসৰ ঘৰ বুলি।

ভায়েকৰ মৰম আৰু সহায়ত হৰকান্তই আগৰ অৱস্থা পুনৰ ঘুৰাই পালে। তেওঁলোক অসমলৈ আহিবলৈ তিনি মাহ হ'ল। পূব আৰু পশ্চিম পাকিস্থানৰ মাজত যুদ্ধৰ প্ৰাৰম্ভণ হ'ল। শ শ পূব পাকিস্থানী ভগনীয়াৰ সোঁত বব ধৰিলে অসম অভিমুখে। সন্ধিয়া বেলিকা

ফুৰিবলৈ যোৱা হৰকান্তৰ এটা অভ্যাস, অইন দিনৰ দৰে আজিও তেওঁ ফুৰিবলৈ গৈছে। দেখিবলৈ পালে বহুত ভগনীয়া অমাহাৰে বাস্তাৰ কাষত বহি আছে। সঙ্কোচ চিত্তেৰেই তেওঁ পুনৰ আগবাঢ়ি গৈ থাকিল। কিন্তু ই কি? তেওঁ কি দেখিছে !! এয়া সপোন নে বাস্তৱ ! তেওঁ সপোন বাস্তৱক ঠাৱৰ কৰিব পৰা শক্তি হেৰুৱাই পেলালে। নিজে কি কৈছে ধৰিব নোৱাৰি চিএঁৰি উঠিল। আপুনি পৰেশ মহাজন? আপুনি মহাজন হৈ এই বেশত, এই সময়ত এইদৰে হঠাত কিয় আপুনি........!!



# কাকতৰ

## চৌপোলা

সম্পাদকলৈ চিঠি লিখি ছাত্ৰ-ছাত্ৰীৰ মতামত প্ৰকাশ কৰা শিতান।
মতামতৰ বাবে সম্পাদক দায়ী নহয়।

* নুৰ ইচলাম আহ্মেদ সপ্তম কলি ( খ শাখা )

? মৃত্যুক কোনে ভয় কৰে—
কাপুৰুষে।

* শ্ৰীধানেশ্বৰ দাস দশম কলি

? আজি কালি স্বপ্নটোক বিজ্ঞানৰ যুগে কি বুলি কব খোজে—
ধুনীয়া এটি জীৱন বোধ বুলি।

? স্মৃতিশক্তি কি বস্তুৰ দ্বাৰা বৰ্দ্ধিত হয়?
— অনুশীলনৰ দ্বাৰা।

* মোখলেছৰ ৰহমান নৱম কলি ( খ শাখা )

? শিক্ষাৰ লগত জ্ঞানৰ কিবা সম্পৰ্ক আছেনে?
? অশিক্ষিত মানুহ এজনো জ্ঞানী হব পাৰেনে নোৱাৰে।
— শিক্ষা আৰু জ্ঞান দুটি বেলেগ বস্তু যদিও মূলতে একেটাই। মাত্ৰ পাৰ্থক্য এয়ে বিবেকক চালি-জাৰি পৰিমাৰ্জ্জিত কৰি লোৱাটোৱে শিক্ষা। অশিক্ষিত মানুহ এজনেও পাৰিপাৰ্শ্বিক অৱস্থাত জ্ঞানী হব পাৰে।

* শ্ৰীলক্ষেশ্বৰ শৰ্ম্মা ৬ষ্ঠ মান শ্ৰেণী।

? প্ৰায় হাইস্কুলতে বিজ্ঞানৰ কোঠা থাকে। আমাৰ হাউলী হাইস্কুলত নাই কিয়?
— এই বিষয়ে মোক নোসোধাই ভাল। স্কুল পৰিচালনা কমিটীক সুধি চাব পাৰে।

? আমাৰ স্কুলত ভাল টেইলৰিং শিক্ষক থাকিও ল'ৰাই কিয় ভালদৰে টেইলৰিং শিকিব নোৱাৰে ?

— নাজানো। চিলাই মেচিন দুটি আজি কেবাবছৰে পুথিভঁৰালত পৰি থকা দেখিছো। ভাৰপ্ৰাপ্ত শিক্ষকক এই বিষয়ে প্ৰশ্ন কৰাত কোঁঠাৰ অভাৱ বুলি কলে।

* নজিৰুল ইচলাম ভূঞা

? সৰ্ব্ব প্ৰথমে কোন দেশে বাংলা দেশক স্বীকৃতি দিলে।

— ভাৰতে।

* শ্ৰীপিনাকি মিত্ৰ, প্ৰদীপ কুমাৰ সাহা ৬ষ্ঠ মান শ্ৰেণী।

? সৰ্ব্ব প্ৰথমে অসমীয়াৰ ব্ব আখৰটো কোনে উলিয়ায় ?

-- হেমচন্দ্ৰ বৰুৱা।

? গছ কিমান বছৰলৈ জীয়াই থাকে ?

— ১০০ পৰা ৫০০ লৈ।

* মো: হজৰত আলি সপ্তম মান শ্ৰেণী (খ)

? প্ৰথম বিশ্ব যুদ্ধৰ প্ৰধান নায়ক কোন আছিল ?

— টেইজাৰ উইলিয়ম।

* শ্ৰীঘনকান্ত দাস নৱম কলি (ক শাখা)

? সিংহ চৰকাৰৰ সদস্যবোৰে বিধান সভাত ভাষা সমস্যা সংক্ৰান্তত একো মাতিব নোৱাৰিলে, পিচত পদত্যাগৰ ভাবুকি দিছে কিয় ?

— পদবীৰ মোহ আৰু দলীয় স্বাৰ্থৰ বাবে।

? ছাত্ৰ জনমতে জয়লাভ কৰিব পাৰিবনে ?

— নিশ্চয়, ছাত্ৰ শক্তি অমোঘ মৃত্যুঞ্জয়ী শক্তি।

? জাতীয় স্বাৰ্থ ৰক্ষাৰ ক্ষেত্ৰত চৰকাৰৰ নীতি-বাচক মনোবৃত্তিৰ কাৰণ কি ?

— বিদেশত নিজৰ যশ ভূষণ বঢ়াৰ আশাত।

* শ্ৰীউপেন দাস দশম কলি

? মানুহৰ মনটো কি ? মনটো কি উপাদানেৰে গঢ়া ?

— মানুহৰ মন হৈছে ব্যাপ্তি হীন আকৃতি হীন, চৈতন্যময়ী সুক্ষ্ম পদাৰ্থ। ই হৃদয়ৰ অন্তৰ্জগতত লুকাই থাকে। তিনিটা স্তৰত ই গঠিত— (ক) বোধ বা অবগতি (খ) ভাব বা অনুভূতি (গ) ইচ্ছা বা কৰ্ম্ম প্ৰবৃত্তি।

* শ্ৰীহৰ্ষৰাম পাঠক, শ্ৰীজিতেন্দ্ৰ চৌধুৰী সপ্তম মান শ্ৰেণী

? কোনে পোন প্ৰথমে পৃথিবীত জন্ম গ্ৰহণ কৰে।

— আদম আৰু ইভই।

* শ্ৰীজগদা তালুকদাৰ সপ্তম মান শ্ৰেণী

? পৃথিবীৰ ভিতৰত কোনজন বৈজ্ঞানিকে বেছি বস্তু আবিষ্কাৰ কৰে ?

-- টমাচ্ আলভা এডিচনে, প্ৰায় ৩০০ ৰো ওপৰ।

* শ্ৰীহংসধৰ দেব শৰ্ম্মা দশম কলি

? স্কুল বা কলেজৰ প্ৰশাসনীয় বিষয়ত ছাত্ৰই অংশ গ্ৰহণ কৰা উচিতনে অনুচিত ? এই সাৰ্ব্বজনীন প্ৰশ্নটোত হাউলী হাইস্কুলৰ মতবাদ কি ?

— থাওকতে কব নোৱাৰি। কিন্তু ছাত্ৰৰ পুৰঠ শিক্ষা ব্যৱস্থাত প্ৰশাসনে অন্তৰায় হলে নিজস্ব ন্যাৰ্য্য স্বত্ব জোৰকৈ হলেও আদায় কৰা ছাত্ৰৰ কৰ্ত্তব্য।

? ছাত্ৰ শক্তি কোনো এটি ৰাজনৈতিক শক্তিয়ে অস্ত্ৰ হিচাবে ব্যৱহাৰ কৰিলে সেই মুহূৰ্ত্তত হাউলী হাইস্কুলৰ ছাত্ৰসকলে কি কৰিব বুলি ভাবে।

— ৰাজনৈতিক শক্তিৰ চক্ৰবেহু ভেদ কৰি সমাজত প্ৰকৃত ছাত্ৰৰূপে পৰিগণিত হব।

• আশী আকবৰ নৱম কলি ( ক শাখা )

? পৃথিবীত প্ৰকৃত সত্য কি ?

— জীয়াই থকা।

? আমাৰ স্কুলত ৭ম মান শ্ৰেণীৰ পৰা আৰবী আৰু সংস্কৃতৰ সলনি হিন্দী নিদিয়ে কিয় ?

— ময়ো তাকেই ভাবিছো। কতৃপক্ষক সুধি চাবোচোন।

---

# জা না নে



১। পৃথিবীৰ শ্ৰেষ্ঠ যাদুঘৰ কি ?

উঃ— বৃটিছ মিউজিয়াম।

২। কোন দেশত মেকুৰী নাই ?

উঃ— মান দ্বীপন্ত।

৩। অসমৰ ৰেডিঅ' কেন্দ্ৰ কেতিয়া স্থাপিত হয় ?

উঃ— ১৯৪৭ চনত। শ্ৰীমোখলেছৰ ৰহমান।

৪। ভাৰতৰ প্ৰথম বিশ্ববিদ্যালয় ক'ত আৰু কিমান চনত স্থাপন কৰা হয় ?

উঃ— ১৮৫৭ চনত ভাৰতৰ মাদ্ৰাজ, বোম্বাই আৰু কলিকতাত তিনিখন বিশ্ববিদ্যালয় স্থাপন কৰে।

৫। কোন চহৰত শ্ৰেষ্ঠ বোলছবি উৎপাদন হয় ?

উঃ— হলিউদত।

৬। চপা যন্ত্ৰ কোনে উলিয়ায় ?

উঃ— ক্যাক্সটনে।

৭। মেচিন গান কোনে উলিয়ায় ?

উঃ— ১৮৬১ চনত আমেৰিকাৰ গেটলিঙে।

৮। পৃথিবীৰ বৃহত্তম হীৰাৰ খনি ক'ত ?

উঃ— কিম্বাৰ্লীত।

৯। শাহ পেলাই বাকলি খোৱা ফলৰ নাম কি ?

উঃ-- ঔ টেঙা।

শ্ৰীউপেন্দ্ৰ পাঠক ৭ম মান (ক)

১। কি ৰঙৰ ফুল নাই ?

উ:— কলা ৰঙৰ।

শ্ৰীমিহিৰাম নাথ দশম মান

১। কি হাৰ নিপিন্ধে ?

উ:— বিহাৰ ।

২। কি ধাতুৰ বাচন বৰ্ত্তন গঢ়া নহয় ?

উ:-- নামধাতুৰ।

৩। সাঁথৰ—

তিনিটা আখৰেৰে মোৰ নামটো গঠিত। ১ম, ৩য়, মিলি শস্য উৎপাদন কৰা বস্তুক বুজাও, ২য়, ৩য় মিলি মৰুভূমিৰ নাম হওঁ আৰু ৩য়, ২য় মিলি বাহনক বুজাও। কওক বাৰু নামটো কি ?

উ:—

শ্ৰীমহাদেৱ দাস ৬ষ্ঠ মান (খ)

১। কি ঘটত পানী থব নোৱাৰি ?

উ:-- ধৰ্ম্মঘটত ।

২। কি গ্ৰহৰ পোহৰ নাই ?

উ:— সন্ধ্যাগ্ৰহৰ।

শ্ৰীঅৰ্জ্জুন চন্দ্ৰ দাস ৮ম মান (খ)

১। ৰুচিয়াই জোনত চলোৱা গাড়ীখনৰ নাম কি ?

উ:— লুনা খোদ।

২। চন্দ্ৰত থকা উচ্চতম পৰ্ব্বতখনৰ নাম কি ?

উ:— এপেনেন।

(সংগ্ৰহ)

শ্ৰীআশুতোষ সাহা ৯ম মান (ক)

১। এটা ৪০ কেজি ওজনৰ শিল পৰি ভাঙি চাৰি টুকুৰা হ'ল। কিন্তু সেই চাৰিভাগ হোৱা শিলেৰে কেজি হিচাবে যি কেজি খোজা সেই কেজি দিব পৰা যায়। শিলটো কি কি মাপৰ হৈ ভাঙিছিল ?

উ: — শিলটো ভাঙিলে ১ কেজি ওজনৰ এটা, ৩ কেজিৰ এটা, ৯ কেজিৰ এটা আৰু ২৭ কেজি ওজনৰ হৈ এটা ভাঙিছিল।

---

"নিজৰ মাতৃক অৱহেলা কৰি দেশ-মাতৃকাৰ সেৱাৰ চেষ্টা ভণ্ডামি মাথোন।"

—তৰুণৰাম ফুকন

"আনক সমালোচনা কৰিবলৈ যোৱাৰ আগতে নিজক সমালোচনা কৰা। নিজে শুদ্ধ আৰু পবিত্ৰ হব পাৰিলেহে আনৰ বিষয়ে মতামত দিয়াৰ যোগ্যতা অৰ্জ্জন কৰিব পাৰিবা।"

—চক্ৰেটীছ

"ভুল সকলোৱেই কৰে। ভুলৰ মাজেদিয়েই শুধৰণীৰ পথ পোৱা যায়।"

—মহৰ্ষি দয়ানন্দ





হাউলী উচ্চ মাধ্যমিক শিক্ষানুষ্ঠানৰ কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ সদস্যবৃন্দ ।

**প্ৰথম শাৰী** ( বাওঁফালৰ পৰা বহী ) কে পাঠক ; এচ দাস ( উ: সভাঃ ছাত্ৰ সভা ), ডি শৰ্ম্মা ( চিলাই বিভাগ ) ডি পূজাৰী; মৌঃ ভি হামিদ ( আৰবী শিঃ ) ; পিঃ শৰ্ম্মা বি, এ, বি, টি, ( প্ৰঃ শিঃ ) পি, জি, নাথ বি, এ, জি, টি, ( সহঃ প্ৰঃ শিঃ ) ; বি দাস, ( হিন্দী শিঃ ) বি অধিকাৰী, বি, এ, বি, টি, জিটি ( পৰিচালক আ: ) জে শৰ্ম্মা ( ব্যাঃ শাস্ত্ৰী ) এইচ শৰ্ম্মা বি, এ, বি, টি ( পৰিঃ পুথিভঁৰাল )

**২য় শাৰী** ( থিয় হৈ ) ডি ভাগৱতী ( পৰিঃ এন, চি; চি ) এ পাঠক এম, এচ, চি : এচ চৌধুৰী ( কেৰাণী ) এচ চৌধুৰী বি, এ; টি সাহা বি, এচ, চি বি টি: এ আকবৰ বি, এ, কে, চি চৌধুৰী বি, এচ, চি ( অনাৰ্চ ) এচ, কে, দাস ( পৰিঃ খেল-বিভাগ ) টি দাস ; এম আলী ( হিন্দী শিঃ ); এম ৰহমান, বি, এ; গফুৰ ( কেৰাণী )

**৩য় শাৰী** পি পাঠক ( সঃ সমাজ সেৱা ) পি পাঠক ( সঃ বাতৰি বিভাগ ) এ কৰ্ম্মকাৰ ( সঃ ক্ৰিকেট ) ইউ দাস ; ( সঃ ভিঃ খেল-বিভাগ ); পি দাস ( সহঃ সঃ খেল-বিভাগ ) ; পি দাস ( সঃ পুথিভঁৰাল ) জি দাস ( সহঃ সঃ ছাত্ৰ সভা )

**৪ৰ্থ শাৰী** ডি দাস ( চকীদাৰ ; এম নাথ ( সাধাৰণ সম্পাদক ) এ দাস ( সম্পাদক আলোচনী ) বি দাস ( সহঃ সঃ আলোচনী )



হাউলী উচ্চ মাধ্যমিক শিক্ষানুষ্ঠানৰ কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ সদস্যবৃন্দ।

# আমাৰ মঞ্চত

[ ছাত্ৰ আৰু দৰ্শকৰ তৰফৰ সমালোচনা মাথো ]

নাটক সমাজ জীৱনৰ দাপোন। ই আমাক জ্ঞান বিকাশত যথেষ্ট সহায় কৰে। এই বাণীকে সাৰোগত কৰি প্ৰতি বছৰৰ দৰে এই বছৰো প্ৰতিযোগিতাৰে নাট মেলা হৈছিল। সন্দেহ নাই আমাৰ এই প্ৰচেষ্টা সফল হৈছিল। কিন্তু অস্থায়ী মঞ্চত নাট মেলি কুমলীয়া মনৰ যিখিনি পাৰদৰ্শিতা দেখুৱালে সি সঁচাকৈ আনন্দৰ বিষয়।

এইবাৰ প্ৰতিযোগিতাৰ প্ৰথম নাট "টেলিফোনৰ ৰহস্য" যুটীয়া ভাৱে চতুৰ্থ মানৰ পৰা ৬ষ্ঠ মান শ্ৰেণীৰ ছাত্ৰই পৰিবেশন কৰে। নাটখনি নিঃসন্দেহ সুন্দৰ মনোৰাম আৰু ভক্তি ৰামৰ যি দুটি ব্যঙ্গ চৰিত্ৰৰ মাজেৰে বৰ্ত্তমান আৰু অতীত সমাজৰ জকাটো মুকলি ভাৱে দেখুৱাইছে, অভিনয় ক্ষেত্ৰতো দুয়োটি ভাওঁনা যথাক্ৰমে ধীৰেন্দ্ৰ চৌধুৰী আৰু ভদ্ৰেশ্বৰ শৰ্ম্মাই ( ভদো ) সফল হৈছে। নাটখনিত বিজয় আৰু বিনোদৰ মাজেৰে বৰ্ত্তমান আধুনিক সমাজৰ চৰম লক্ষণ প্ৰকট হৈ দেখা দিছে। যি কি নহওঁক কুমলীয়া ছাত্ৰ চামৰ প্ৰচেষ্টা শলাগিবলগীয়া। দৰ্শকৰ পৰাও প্ৰচুৰ সমাদৰ পায়, নাটৰ অইন অইন ভাওঁত মহীপাল, সমৰেন্দ্ৰ. আদিত্য আদিয়ে নাটখনিত ইন্ধন যোগায়।

প্ৰতিযোগিতাৰ দ্বিতীয় নাট প্ৰাক্তন ছাত্ৰ শ্ৰীমনোৰঞ্জন চৌধুৰীৰ ৰচিত "পৰুৱা।" ভাব দৰ্শনেই নাটৰ বিষয় বস্তু। নাটখনি পৰিবেশন

॥ ২৪ ॥

কৰে নৱম আৰু দশম মান শ্ৰেণীয়ে।

বন্ধু জালালে দিয়া মহাত্মা গান্ধীৰ ফটো এখনকে আদৰ্শ বুলি জমাদাৰ ৰাজুই মানি লয়। বি, এ, পাছ বেকাৰ পুত্ৰ ৰতন সভ্য সমাজৰ চক্ৰান্তত বলিয়া। ৰতনে চিৰি পেলায় ফটোখন, ৰাজুই চৰ মাৰে........ কিন্তু জালালে বুজায়........ সত্য অহৰ্নিশ কাহিনীৰ বিন্যাস ফটোখনৰ মাজেৰে আগবাঢ়ি গৈ পৰিণতিত দেখুৱা হৈছে "মানুহৰ অন্তৰত ভক্তি নাথাকিলেও আগত ফটো লৈ প্ৰৱাৰ সেৱা কৰিলেও লাভ নাই।"

নাটখনি নিঃসন্দেহ সুন্দৰ ক্ৰটীহীন ভাষা মাজ্জিত। দলগত ভাৱে উক্ত নাটে প্ৰথম স্থান অধিকাৰ কৰে। ৰাজুৰ ভাওঁত ঘনকান্তই সফল অভিনয় কৰিছে যদিও অসমীয়া গামোচা পৰিধান কৰি সফলতা বাধা প্ৰদান কৰে। পাগল ৰতনৰ ভাওঁত টিকেন দাসে প্ৰাণঢালি অভিনয় কৰি শ্ৰেষ্ঠ অভিনেতাৰ সন্মান লাভ কৰে আৰু জালালৰ ভাওঁত ৰূপ দিয়ে বনজিৎ দাসে। "চকুলো" নাটখনি পৰিবেশন কৰে ৭ম আৰু ৮ম মান শ্ৰেণীয়ে। কাহিনী ভাগ কৰুণ। সাফল্য ত্ৰুটি মটৰ দুৰ্ঘটনাত পঙ্গু হৈ ধনী ৰমেন চলিহাই হৈ পৰে পথৰ ভিকহু। তেওঁৰ পুত্ৰ বিভিন্ন পথেৰে ধাবিত। ডাঙৰ পুত্ৰ জিতেনক বিনা অপৰাধত কৰে জেলৰ কয়েদী। দ্বিতীয় পুত্ৰ ৰাতুল চৰিত্ৰহীন, লম্পট। পইচাৰ অভাৱত নোৱাৰে স্কুলত পঢ়িব। সৰু পুত্ৰ বেমাৰী। চৰিত্ৰহীন ৰাতুলে চম্পাক হত্যা........ তাৰ ফলত ........ কয়েদী গুপ্ত সেই কথা ব্যক্ত কৰাৰ পিচত, ৰাতুল বন্ধু প্ৰাণে জিতেনক হত্যা কৰিব যায়, কিন্তু সেইটো সম্ভৱ নহল, ৰমেন চলিহাৰ আগমণত। চলিহাৰ খটলাৰ কোবত প্ৰাণ আহত হয় আৰু পুলিচ মাতি আনি চলিহাক গ্ৰেপ্তাৰ কৰায়। ৰাতুলে দিয়ে মিছা সাক্ষী, ইতিমধ্যে পোণা মৰি যায়। চৰিত্ৰহীন, মিথ্যাবাদী, গাজামি ৰাতুলৰ ভাওঁত অভিজ্ঞ দাসে দৰ্শকৰ পৰা সমাদৰ পায়, আৰু তেওঁৰ বন্ধু প্ৰাণৰ ভাওঁত আছিল প্ৰাণগোপাল দাস তাৰ লগতে নানা ভাওঁত আছিল চক্ৰধৰ, খনীন্দ্ৰ, ভগৱান আৰু পোণাৰ ভাওঁত অভিনয় কৰি ছবিন আদিয়ে নাটখনি সুন্দৰ হোৱাত ইন্ধন জোগায়।

প্ৰতিযোগিতাৰ শেহতীয়া নাট "সৰ্ববজ্ঞান" ৰচনা প্ৰসেনজিৎ দাসৰ। নাটখনি ব্যঙ্গ যদিও বহুতো বাক ভঙ্গীত ক্ৰটি হৈ যায়। এই নাটখনিত প্ৰদীপে অভিনয় কৰি দ্বিতীয় অভিনেতাৰ স্থান লাভ কৰে। নানা ভাওঁত অভিনয় কৰিছিল যথাক্ৰমে খনীন্দ্ৰ নাথ, প্ৰবীৰ, পিনাকী আদিয়ে ভাল অভিনয় কৰা বুলি দৰ্শকৰ ফালৰ পৰা জাউৰ উঠে।

দ্বিতীয় দিনা পূৰ্ণাঙ্গ সামাজিক নাট "কৃপণৰ ধন" কৃপণৰ ধন নাটখনি বিখ্যাত বঙালী নাট্যকাৰ ব্ৰজেন দে। অসমীয়ালৈ ৰূপান্তৰ কৰিছে হাউলীৰ উদিয়মান শিল্পী শ্ৰীচানমোহন পাঠকে। নাটখনি পৰিচালনা কৰে শিক্ষক শ্ৰীঅৰুণ পাঠকে আৰু লগতে সহায়-সহযোগ আগবঢ়ায় হাউলী নাট্য সংঘই। নাটখনিৰ বিভিন্ন ভাওঁত সৰ্ব্বশ্ৰী— শ্ৰীচক্ৰধৰ দাস, অজিৎ, বনজিৎ, প্ৰসন্ন, প্ৰাণগোপাল, ঘনকান্ত, খনীন, খনীন্দ্ৰ, টিকেন, জিতেন, অনিল, গদাধৰ,

ভগৱান নাথ আদিয়ে। নাটখনিত আঁৰ কাপোৰ আহৰাৰে পৰা ব্যঙ্গ হাঁহিৰ খোৰাক জোগায় শ্ৰীঅভিজিৎ আৰু টিকেন দাসে।

নাটখনিৰ কাহিনীত লুকাই আছিল এটি মহান আদৰ্শ। নৰহৰি মণ্ডল যদিও কৃপণ আছিল, তথাপি তেওঁৰ মনত লুকাই আছিল সৎভাব। তেওঁ নকৰিছিল পূজা পাতল, নিদিছিল চাঁদা, সদায় টকা ধাৰে দিয়াযে তেওঁৰ আছিল প্ৰধান কাম। তেওঁ পুতেকক কলেজীয়া শিক্ষা দিছিল সাত সিকিৰ ধেপ-ধেপীয়া জুতা আৰু মাকিন কানিৰ চোলা পায়জামা। তাকে দেখি মানুহে ব্যঙ্গ হাঁহিছিল। আৰু সিহঁতৰে ঘৰত থকা বৃন্দাৱন চাকৰে কাম কৰিছিল আঢ়ৈ টকীয়া দৰমহাৰে। শেষত কালি পূজাৰ চাঁদা নিদিয়াত নানা কৌশলেৰে নৰহৰি মণ্ডলৰ ডকাইতি কৰে। সেই ডকাইতি কৰিব অহাত বন্দুকৰ গুলিত বৃন্দাৱনে প্ৰাণ ত্যাগ কৰে আৰু নৰহৰি আহত হয়। বিচাৰ মতে উইল অনুযায়ী নৰহৰি মণ্ডলে সকলো সম্পত্তি ভগাই দি এটি অবৈতনিক স্কুল স্থাপন কৰি দিয়ে আৰু তাৰ ভাৰ দিয়ে নকুল ডেকাক। গতিকে মহান ব্যক্তি এজনৰ মৃত্যুত আটাইৰে মন শোকাহি যায়। আৰু লগে লগে নাটকৰ যৱনিকা পৰে।

উক্ত নাটকখনিত নানা ব্যঙ্গ কথাৰ অৱিহনা জোগাই শ্ৰীঅভিজিৎ দাসে শ্ৰেষ্ঠ অভিনেতাৰ সন্মান লাভ কৰে আৰু ছাত্ৰ সভাৰ তৰফৰ পৰা শ্ৰীমনোজ চৌধুৰীয়ে এটি বঁটা আগ বঢ়ায়।

পৰিবেশন কৰা উক্ত নাট কেইখনৰ ভিতৰত আশাবাদী আৰু নিৰাশাবাদী দুযোটা সুৰেই দেখা যায়। অভিজ্ঞতাইহে নাট সুন্দৰ হোৱা সহায় কৰে। ছাত্ৰ সকলৰ অভিজ্ঞতা নিচেই তাকৰীয়া ক'লাৰ সূক্ষ্ম জ্ঞান আয়ত্ব কৰিব নোৱাৰিলে অভিনয় সুন্দৰ নহয়। সেয়ে সামৰণিত ইয়াকে কওঁ যে ক'লা সম্বন্ধীয় সকলো জ্ঞান আহৰণ কৰি ইয়াক প্ৰকটভাৱে দেখুৱাই যৈ ভৱিষ্যতে যাতে চেমনীয়া শিল্পী সকলে ক'লাৰ সকলো প্ৰচেষ্টাতে অগ্ৰগতি লাভ কৰে। আমাৰ এয়ে কামনা।

"সম্পাদক"



# আমি অসমীয়া

দেৱান আব্দুল হামিদ, ( শিক্ষক )
হাউলী হাইস্কুল ।  ১৫/১১/৭২ ইং

আমি অসমীয়া অসম আমাৰ
সংখ্যা গৰিষ্ঠ দল আমি
এই দেশত অসমীয়া ভাষাৰ।
ভাষাৰ মাধ্যম আমাৰ হবই
লাগিব অসমীয়া সাৰোগত কৰি
অসম বিশ্ববিদ্যালয় দ্বয়ৰ প্ৰস্তাৱ।
নে মানিম আমি যি কোনো বাধা
বাধাৰ প্ৰাচীৰ হলেও হিমাদ্ৰী শিখৰ
কিয়নো আমি অসমীয়া, মাতৃভাষা
অসমীয়া আমাৰ। ই আমাৰ
জন্মগত অধিকাৰ নিৰ্খুঁত দাবী আমাৰ;
চন্দ্ৰ সূৰ্য্য যেনে জ্বলন্ত প্ৰতীক জগতৰ
অসমীয়াৰ বাবে ভাষাৰ মাধ্যম
অসমীয়া ভাষা তেনেই সত্য প্ৰতীক।
মানিব লাগিব ইয়াক অসম চৰকাৰে
তথা যি কোনো দলৰ ৰাইজ অসমৰ।
কোনো শক্তিৰ ভাবুকিৰ আগ'ত
আমি মূৰ নোদোৱাম, নহম নতশিৰ
ভাষাৰ মাধ্যম দাবীত, ভীষণ প্ৰতিজ্ঞা দৰে
ই অলৰ অচৰ পণ, আমাৰ জীৱনৰ ।
আমি অসমীয়া আমাৰ সকলো আছিল
সকলো আছে তথাপি কিয় ভাষাৰ মাধ্যমলৈ
ঘটিল এঘটন এনে! পঞ্চ শ্বহীদৰ বাঙলি
তেজেৰে অতি চেনেহী জননী অসমৰ বুকু

বঞ্চিত কিয় হল! শ্বহীদৰ বাবে পাতি
শোকসভা কিয় ৰুৰুণ সমবেদনা শোক তাপ
মাতম জাৰী কৰিব লগা হ'ল।
মতা, তিৰোতা নিৰ্ব্বিশেষে কিয় কৰিব লগা হল
সত্যাগ্ৰহ, অনশন কিয় সোমাৰ লাগিল
ফাটেকত! এতিয়া জাগিল ছাত্ৰশক্তি দেশৰ
জাগিল জনগণ, দাবী পূৰণ হবই লাগিব আমাৰ
চৰকাৰী ন্যায় তদন্ত হবই লাগিব ঘটনাৰ
উচিত দণ্ড বিহিব লাগিব দোষীৰ এইয়ে
চৰকাৰৰ ওচৰত সদৌ অসমীয়া ৰাইজৰ
জনমত।

জয়হিন্দ—
জয় মাতৃভূমি অসমৰ।



## ॥ জগদ্গুৰু শ্ৰীশ্ৰীশঙ্কৰ গুৰুৰ ভক্তিৰ পম খেদি ॥

শ্ৰীবলভদ্ৰ দেৱ অধিকাৰী বি, এ, বি, টি, জি, টি,।

মুখবন্ধ—

পুণ্যভূমি ভাৰত বৰিষত যুগে যুগে স্ৰষ্টাসকলে ধৰ্ম্ম, কৃষ্টি, সাহিত্য, সভ্যতাৰ বৰভেটী নিৰ্ম্মাণ কৰি আছে। সুন্দৰৰ প্ৰতীক ভগবানে মাজে মাজে ভক্তৰ আকুল আহ্বানত দেখা দি জগতত স্বপ্ৰকাশ কৰে— নিৰ্গুণ গুণ নিয়ন্তা ভগবানৰ জন্ম কৰ্ম্ম নাই। অব্যক্ত চিদানন্দ, সদানন্দ, নিত্যানন্দ আনন্দ স্বৰূপ পুৰুষ ভক্তৰ আগত ব্যক্ত ৰূপ লয় ( God of religion ) বৰগীতত শ্ৰীশ্ৰীমাধৱদেৱ পুৰুষে লিখিছে—

"নাহি জন্ম তোহ্মাৰ তথাপি জন্ম ধৰা।
সোহি জন্মে জীৱৰ জনম দূৰ কৰা॥
সহজে অকৰ্ত্তা কৰ্ম্ম কৰা অপৰ্য্যন্ত।
সোহি কৰ্ম্মে জীৱৰ কৰম কৰা অন্ত॥"

সেইদৰে প্ৰায় ৪৫০০ বছৰ আগতে বাসুদেৱ শ্ৰীকৃষ্ণ

আবিৰ্ভাৱ হৈ ধৰ্ম্ম, নীতি, সদাচাৰ, ব্যৱহাৰ আদিৰে শোধিত কৰি ভাৰতীয় আৰ্য্য কৃষ্টিৰ ৰূপান্তৰ সৃষ্টি কৰে। সেই অংশ কলা বিভূতিৰ শক্ত অংশ লৈ মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱে ৫০০ বছৰ আগৰ অসমৰ অনাচাৰ, ব্যভিচাৰ দূৰ কৰি পবিত্ৰ ভাগৱতী ধৰ্ম্মৰ ভক্তিৰ আনুকূল চটিয়াই দিলে। গুৰু ভটিমাত মহাপুৰুষ মাধৱদেৱে গাইছে—

"যো হৰি মাৰল কংশ।
শঙ্কৰ তাকেৰি অংশ॥"

অসমীৰ কল্পতৰু শ্ৰীশ্ৰীশঙ্কৰ ভকতিৰ প্ৰদীপ লগাই থৈ গ'ল।

" শঙ্কৰ স্বৰূপে হৰি সমস্তে জগত জুৰি
ভকতি প্ৰদীপ লগাই থৈলা।
মাধৱ স্বৰূপে হৰি তাতে তৈল বন্তি দিয়া
অজ্ঞান আন্ধাৰ দূৰ কৈলা ॥"

—পুৰুষোত্তম ঠাকুৰ

যেয়েহে বাল্য, বৃদ্ধ, যুবা সবাৰে ধমনিত নতুন স্পন্দন জন্মাই নতুন সাহিত্য, ৰাষ্ট্ৰ দান কৰি "অসমৰ ৰীতি-নীতি সদাচাৰ ধৰ্ম্ম ভাৱ নতুনকৈ সজালে।" যিজনে কুকুৰ চণ্ডাল গৰ্দভৰো আত্মা ৰাম জানি প্ৰণাম কৰিলে, যি জনে সমাজৰ নীচ হীন অনুন্নত অধম বিষয়ত আসক্তি লোকক বুকুত সাবটি গালে—

"ভাই মুখে বোলা ৰাম হৃদয় ধৰা ৰূপ।
এতেকে মুকুতি পাইবা কহিলো স্বৰূপ॥"

যি জনে গুৰুমুখী বিদ্যা প্ৰচাৰ কৰিলে, যি জনে শ্ৰৱণ কীৰ্ত্তন নাম ধৰ্ম্ম প্ৰচাৰ কৰিলে—

"শ্ৰৱণ ভজন ভক্তি বেদান্তৰ বাজ।
আনন্দে ভাবিলে পাই হৃদয়ৰ মাজ॥".

যি জনে গণতান্ত্ৰিক ধৰ্ম্ম আন্দোলনৰ জৰিয়তে প্ৰচাৰ কৰিলে "চণ্ডালোপি দ্বিজ শ্ৰেষ্ঠ হৰি ভক্তি পৰায়ণ।" — ভোটৰ দামোদৰ, যৱন জয়হৰি চান্দামাই, নগাৰ নৰোত্তম, গাৰোৰ গোবিন্দক আতৈ কৰি সাবটি ললে, যি জনে "স্মৃতিমন্ত-জ্ঞানোন্নত— বুদ্ধিমন্ত দৃঢ় সংকল্পত ব্ৰতী" এখন ভক্ত সমাজৰ পৰিবেশ সৃষ্টি কৰি গ'ল, যি জনৰ ধৰ্ম্মত নিৰক্ষৰ ভক্ত সকলেও দাৰ্শনিক পাণ্ডিত্যপূৰ্ণ দুৰ্বোধ্য অতীন্দ্ৰিয় তত্ত্ব-বোৰ অতি সাধাৰণ ভাবে হৃদয়ঙ্গম কৰিব পৰা হ'ল, যি জনৰ ধৰ্ম্ম সমস্ত তন্ত্ৰ-মন্ত্ৰৰ মূল বস্তু ৰাজমাৰ্গ নামধন— ভকত বান্ধৱ প্ৰাণাধিক ভক্তক গুৰুত্ব অপি গ'ল, সেই পুৰুষোত্তম জগদ্‌গুৰুৰ সাৰ্বজনীন দান অসমীয়া সাহিত্য কাননৰ কেইডালিমান পুষ্পহাৰৰ সৌৰভ বিচাৰি চাওঁচোন—

**হৰিশ্চন্দ্ৰ উপাখ্যান**— এই কাব্যখনত মহাপুৰুষ জনাই সত্যৰ পৰাকাষ্ঠা দেখুৱাইছে। সত্য কৰি লব নোৱাৰিলে ঈশ্বৰক পাব নোৱাৰি। ঈশ্বৰ ত্ৰি সত্য।

**ৰুক্মিণীহৰণ**— এই কাব্যত গুৰুজনে ভক্তি দুগ্ধৰ লগত মধু মিহলাই ভক্ত সকলৰ ৰস-আস্বাদনত সোৱাদ বঢ়াইছে।

"দুই কথা পদ বন্ধ বাখিছো মিলাই।
যেন মধু মিশ্ৰ দুগ্ধে অতি স্বাদ পায়"।

ৰুক্মিণীহৰণ কাব্যত মহাযোগেশ্বৰ শ্ৰীকৃষ্ণৰ বীৰত্বৰ ৰস ৰুক্মিণীৰ মহাপ্ৰেম ভক্ত সকলৰ আদৰৰ ধন।

" কৃষ্ণৰ বাটক আতি প্ৰচণ্ড প্ৰভাৱ।
শত্ৰুশেনা ৰুধিৰে নেপিত ভৈগেলা গাৱ।"

বলিচলন কাব্যত— বামণৰ প্রতি বলিৰ মহাপ্রেম পাওঁ। বামণৰূপী ভগবানে বলিক চলনা কৰি তেওঁৰ (বলিৰ) ভক্তিত সন্তুষ্ট হৈ বৰ দিবলৈ খোজাত—

"এৰিলা বিষয় ভোগ প্রহ্লাদৰ নাতি
সদায়ে থাকন্ত দিব্য সভা এক পাতি॥
সদায়ে থাকন্ত দামোদৰ যাৰ মাজে।
বলিসম ভাগ্যৱন্ত আছে কোনো কাছে॥
মাধৱৰ পাৱক অপিল আপোনাক।
বলিসে জিনিল হেটো দুর্জ্জন মায়াক॥

অমৃত মন্থন কাব্য— বিষ্ণুৰ মোহিনী ৰূপত মহাযোগী মহাদেৱ পাগল হল। জগতৰ সকলো প্রাণী অপ্রাণী মায়াৰ অধীন। ভগবান মায়াতীত। উপনিষদৰ বাণী "কঃ তৰতি মায়াং।" —মায়াক জিনিবলৈ কাৰ শক্তি আছে? সেয়েহে ভগৱন্তৰ শ্রীচৰণাৰবিন্দ নাপালে সহজ নহয়।

গজেন্দ্র উপাখ্যান— শ্রীশ্রীশঙ্কৰ গুৰুৰ এখন ৰূপক কাব্য। এইখন কাব্যত আমাক একো একোজন সংসাৰ বনত চৰি ফুৰা মত্ত মদালাপী ইন্দ্রৰ গজেন্দ্রৰ দৰে প্রতীয়মান হৈছে। আমি কোনোপধ্যে কাল আৰু মায়াৰূপ গ্রাহৰ হাত সাৰিব নোৱাৰো। ভগবানৰ শ্রীচৰণত মন-প্রাণ সুবুদ্ধিৰে শৰণ নললে দুৰ্ণিবাৰ মায়া তৰণৰ উপায় একো নাই।

"শুণ্ডে মেৰাই পদ্মগোট ওপৰক তুলি।
গজেন্দ্রে শৰণ লৈল ত্রাহি হৰি বুলি॥
চক্রে ধৰি চিৰিলাহা গ্রাহমুখ।
হৰিৰ প্রসাদে গজেন্দ্রৰ গৈল দুখ॥

ভগৱন্তৰ ওচৰত একান্ত বিশ্বাসেৰে— সৰণ ভজন, সেৱা কৰিলে জীৱৰ দুখ গুচে।

অজামিল উপাখ্যান কাব্যত— অজামিল ব্রাহ্মণে পূর্ব্বজন্মৰ নামৰ প্রভাৱত বিষ্ণুলোকলৈ গ'ল। নামে সপ্ত কাৰ্য্য সাধে— নামনামী অভেদ হৈ যায়।

"প্রথমে দহিবে পাতক বয়।
কৰিবে মহাপুণ্য অভুদয়॥
কৰাইবে বিষয়ত বিৰকতি।
কৃষ্ণত বঢ়াইবে প্রেম ভকতি॥
উপজাইবে মহা বৈষ্ণৱ জ্ঞান।
মায়াকো কৰিবে দহি নির্ব্বান॥
চৈতন্য মুৰ্ত্তি পুর্ণানন্দ হৰি।
থৈবেক তেন্তে এৰে একে কৰি॥
তেবেসে নাম হুইবে উপশান্ত।
কহিলো পৰম তত্ব একান্ত॥" (কীর্ত্তন)

পৃথিৱীৰ সকলোবোৰ ধৰ্ম্মতে অনন্ত কোটি ব্রহ্মাণ্ডৰ গৰাকী মূল বস্তু ভগবানৰ একো একোটা নামেৰে প্রণতি জনায়।

"বাল্মিকী দুর্ব্বোৰ আছিলেক চোৰ
ৰাম বুলি গৈলা মৰি।
পাপী অজামিল বৈকুণ্ঠে চলিল
নাৰায়ণ নাম স্মৰি।"

যম ৰজাই অজামিলৰ পৰা ঘূৰি যোৱা দূতক উত্তৰ দিলে—

"হৰিতো অধিক মহা নামৰ প্রভাৱ॥
কহিলো বেদৰো তত্ব জানিবি নিশ্চয়।
নামৰ আভাসে মাত্র পাপ কৰে ক্ষয়॥
পাতেকৰ বাসনাৰ ক্ষয়ৰ নিমিত্তে।
সন্ততে নামক সুমৰিতে লাগে নিতে॥
এতেকেসে শাস্ত্র কৰৈ সদায় স্মৰণ।

আনি তাৰো যাৰ সংগ্ৰহ কৰি অমৃত মথে—

" ভাগৱত নামে সাত সাগৰ মথিলা ।
তাহাৰ লয়লু পিণ্ড-সাৰ উদ্ধাৰিলা ॥
আম্মো সন্ত শাস্ত্ৰচয় পাইলন্ত যতেক ।
তাহাৰ সাৰক আনি উদ্ধাৰি প্ৰত্যেক ॥"

শ্ৰীশ্ৰীমাধৱ দেৱ পুৰুষৰ শিষ্য পুত্ৰ ভাগিন ৰামচৰণ—ঠাকুৰ দেৱেইয়াৰ অসমীয়া ভাঙনি কৰে। ভক্তিৰত্নাকৰত হৰি নাম সংকীৰ্ত্তনৰ মহিমা ভক্ত সেৱাৰ বস্তু ।

নিমি নৱ সিদ্ধি সংবাদ—

কবি, হৰি, অন্তৰিক্ষ পিপ্পলায়ন ।
কবি সন্ত নামে আৰ ঋষভ নন্দন ॥
প্ৰবুদ্ধ, দ্ৰুমিল, চমস, ভাজন চামচ ।
এহি নৱ জনে সেৱে সদা হৰি ৰস ॥

১। নৱসিদ্ধৰ কবিয়ে মহা ভাগৱতৰ ধৰ্ম্মৰ বিষয়ে নিমি ৰজাক কৈছে—

" উপদেশ দাতা যিটো গুৰু থাকে
তাক্টে হৰি বুলি মানে "

২। হৰিৰ সংবাদ—

" ঈশ্বৰত দেখে যিটো সমস্ত প্ৰাণীক ।
প্ৰাণী সমস্তকে দেখে ঈশ্বৰ মূৰ্ত্তিক ॥
সমস্ত ঐশ্বৰ্য্য ব্যাপি আছে জগতত ।
হেন যিটো দেখে যিটো মহাভাগৱত ॥"

৩। অন্তৰিক্ষই ৰজাৰ আগত ভগৱন্তৰ মায়া বৰ্ণাইছে—

" ঈশ্বৰ কৃষ্ণৰ জন্ম কৰ্ম্ম গুণ গণ ।
সদায় কৰিবে ধ্যান শ্ৰৱণ কীৰ্ত্তন ॥
পুত্ৰ পত্নী সবাকো সেৱক কৰি দিব ।
আপোন প্ৰাণকো কৃষ্ণ পাৱত অৰ্পিব ॥"

৪। প্ৰবুদ্ধই কৈছে—

" সন্ত পুত্ৰ বাস বিষয় বিলাস
দেখে সমস্তকে মিছা ।
কৃষ্ণৰ চৰণ সেৱাতেসে মন
মুকুতিকো নাই ইচ্ছা ॥"

৫। পিপ্পলায়নে নাৰায়ণৰ ৰূপ কৈছে—

হৰি হৰ বিধি যাৰ থাকে আজ্ঞা কৰি ।
ঈশ্বৰৰো ঈশ্বৰ তেন্তে মহা হৰি ॥
তাক্টে নাৰায়ণ বোলে জানিবা নৃপতি ।
নাহি ক্ষয় বৃদ্ধি যিটো জন্ম মৃত্যু হীন ॥
সমস্ততে সাক্ষীৰূপে আছা উদাসীন ॥"

৬। আবিৰ্হোত্ৰই বেদৰ কথা কৈছে— পিতৃ-মাতৃয়ে লাড়ুৰ লোভ দি ঔষধ পুত্ৰৰাত ঔষধে পেটৰ ৰোগ দূৰ কৰে ।

" পাছে যত লাড়ুৱে গৰ্ভৰো ৰোগ হৰে ।
সেহিমতে অজ্ঞানী বেদৰ শিক্ষা ধৰে ॥
পাছে বেদে বোলে এৰা ই সব কামনা ।
নিষ্কামে কৰিবা এক কৃষ্ণত অৰ্পনা ॥"

ইয়াক নকৰিলে বেদৰ বিকৰ্ম্ম পাতক আছে —বিকৰ্ম্ম মানে বেদৰ বিহিত কৰ্ম্ম নাচৰা আৰু অকৰ্ম্ম মানে বেদে নিষেধা কৰ্ম্ম কৰা। বেদে কৰ্ম্ম যোগত যি তন্ত্ৰমতে ঈশ্বৰ পূজা বিধি দিছে তাতো " ঈশ্বৰক নিয়া হৃদি মাজে দিব ঠাই। (২২৭) নহলে পূজা ভাগ অপূৰ্ণ হয়।

৭। দ্ৰুমিলে অৱতাৰ তত্ত্ব কৈছে— মহাঋষি হংস ৰূপ ধৰি ব্ৰহ্মাৰ সভাত কেনেকৈ আত্ম তত্ত্ব কথা কলে। নাৰায়ণে অভুত প্ৰমাণ হৈ হৰি অৱতাৰ হৈ পলাসৰ পাতত উঠি বুলি ফুৰা দেখি ইন্দ্ৰই ভয়ত এৰগলে পলাল। নাৰায়ণৰ পৰা কলি কহিলৈ বিবিধ অৱতাৰৰ কথা কৈছে—

৮। মহৰ্ষি চমচে চতুৰা শ্ৰমৰ কথা কৈছে—

" সমস্ত প্ৰাণীত হৰি আকাশ সদৃশ আছে
তথাপি নোচাৱে দোষে গুণে।
সেৱিলে অভীষ্ট দেন্ত বেদে হেন কহিআছে
মন্দ বুদ্ধি ইহাক নুশুনে ॥
হেন জানি নিমি তুমি স্থিৰ কৰি মতি।
একচিত্তে আচৰিয়ো হৰিৰ ভকতি ॥" ৩৬৩

৯। কৰভাজনঃ— মহৰ্ষি কৰভাজনে ভগৱানৰ বিভিন্ন নাম মূৰ্ত্তি আৰু নামৰ কথা দঢ়াই কৈছে—

" নমো বাসুদেৱ, নমো নমো সঙ্কৰ্ষণ।
প্ৰদ্যুম্ন, পুৰুষ, অনিৰুদ্ধ, ভগৱান ॥
সৰ্ব্ব ভূত আত্মা, নমো নমো মহাত্মন।
বিশ্ব বিশ্বেশ্বৰ, নমো ঋষি নাৰায়ণ ॥
হৃদয়তে আছা হৰি ভকতৰ পতি।
পাপ সংহাৰক তাৰ স্বভাৱ শকতি ॥
নথাকে আন্ধাৰ যৈত সূৰ্য্যৰ প্ৰকাশ।
বহ্নিত কৰিলে যেন তৃণ হয় নাশ ॥
সেহি মতে পাতক নচাপে সন্নিহিত ॥
ভৈলা মহাহৰি যাৰ হিয়াত বিদিত ॥

নিমি ৰজাক বহুবিধ বিৰক্তি দেখুৱাই নৱসিদ্ধে হৰি হৰি স্মৰণ কৰি থাকিল। শঙ্কৰ গুৰুৱে প্ৰাৰ্থনা কৰিছে—

" যেতে তৈতে জন্ম হৌক যাৰ কৰ্ম্মগতি।
তোমাৰ চৰণে মাত্ৰ নচাৰোক মতি ॥

ভাগৱত, প্ৰথম, দ্বিতীয়, দশম, একাদশ দ্বাদশ :— দাদশ অক্ষাৰী শ্লোক ওঁ"নমো ভগৱতে বাসুদেৱায় বুলি—ভাগৱত আৰম্ভ হৈছে।

"ধাম্না স্বেন সদা নিৰস্ত কুহকং সত্যং পৰং ধীমহি।"

পৰাশৰ সুত ব্যাস ঋষি বদৰিকাশ্ৰমত বহি আছে উগুল থুগুল অৱস্থাত। বেদৰ শাখা পুৰাণ, ভাৰত ৰচিলে; তথাপি মনত সুখ শান্তি নাই। নাৰদৰ উপদেশতহে গোবিন্দৰ নাম গুণ যশ থকা ভাগৱত শাস্ত্ৰ ৰচনা কৰি শান্তি পালে; কাৰণ ব্যাসৰ আগৰ জ্ঞান আছিল ভকতি বিহীন—

"ভকতি বিহীন জ্ঞান কৰ্ম্ম মতে ব্যৰ্থ।
কহিলা স্বৰূপ বেদান্তৰ তত্ত্ব অৰ্থ ॥

নাৰদে চাৰি সন্ন্যাসীৰ পাচে পাচে গৈ ভকতি পাই ঘৰলৈ আহি দেখে মাকক সাপে খাইছে। গতিকে তেওঁৰ বৈৰাগ্য উপজি, কৃষ্ণ নাম শ্ৰৱণ কীৰ্ত্তন কৰি থাকোতে মহাপ্ৰলয়ত ব্ৰহ্মাৰ হৃদয়ত প্ৰবেশ হৈ মানস পুত্ৰ হিচাবে জাত হ'ল। নাৰদৰ এইয়া ২য় জন্ম। তেওঁ মায়াৰ পৰা তৰিলে। অলপো শান্ত নোহোৱাকৈ ব্যাসে ৰোমাঞ্চিত হৈ কৃষ্ণ মূৰ্ত্তিক ধ্যান কৰোঁতে গাৰৰ বামপাশে মায়া আৰু দক্ষিণত ভক্তি মাৰ দেখি ৰোমাঞ্চিত হৈ উঠিল— নাৰদে ভগৱানৰ নাম শ্ৰৱণ কীৰ্ত্তন কৰি জগতত কৃষ্ণ গুণ ব্যক্ত কৰে। নাৰদ, মাৰ্কণ্ড প্ৰহ্লাদ, আদিৰ গুৰুসেৱাৰ পৰাকাষ্ঠা গুৰুজনৰ প্ৰৱৰ্ত্তিত ধৰ্ম্মত দেখিবলৈ পোৱা যায়।

১৮। দ্বিতীয় স্কন্ধ ভাগৱতত লীলা অৱতাৰ, বিৰাট পুৰুষৰ বিভূতি বৰ্ণনা আৰু ভাগৱতৰ দশলক্ষণাদি ভক্তি প্ৰধানিত কৃষ্ণ লীলাৰ মহাসুখকৰ হৰিগুণ নাম ভকতৰ পৰম বস্তু।

যোড়শ বৰিষ প্ৰমান ব্যাসপুত্ৰ সুতে পৰীক্ষিতক মহাজ্ঞান দিলে। ৰজা পৰীক্ষিতে প্ৰেম ভক্তিৰ গুৰু মানি সুতক তুষ্ট কৰিলে

দশম স্কন্ধত "কীৰ্ত্তন দশমৰ আৱত্ত আমাক পাবা" বুলি শ্ৰীশঙ্কৰ গুৰুৱে কৈছে। দেৱতাৰ ভিতৰত দৈৱকী নন্দনেই শ্ৰেষ্ঠ মহাধন। বেদান্তৰ বা সৰ্ব্বপুৰাণৰ সাৰ মহাভাগৱতৰ' গুণময় ভগবানৰ নাম শ্ৰৱণ কীৰ্ত্তন কৰাই জীৱনৰ দুখ নিবৃত্তিৰ উপায়। "কৃষ্ণাস্তু স্বয়ং ভগবান" অৱতাৰৰ লীলা, নামৰ মহিমা, কথন্তে মণন্তে মায়া বন্ধন চিঙি জীৱন মুক্তি বা বিদেহ মুক্তি ঘটে। জীৱন মুক্তি জীৱিত অৱস্থাতে পায় আৰু বিদেহ মুক্তি মৃত্যুৰ পাচত পোৱা যায়। কোচবিহাৰৰ মধুপুৰত গুৰুজনৰ সঙ্গত দহজন ভকত থাকি জীৱন্ত অৱস্থাতেই যোগশাস্ত্ৰত উল্লেখিত জীৱন মুক্তি পোৱাৰ উপৰিও বন্ধন মুকুত, পৰম মুকুত, হিয়া মুকুত আৰু চিত্ত মুকুত হব পাৰিছিল। লগত থকা বাকী ভক্ত সকলৰো পৰম গতি হৈছিল।

দশম স্কন্ধৰ মহাযোগেশ্বৰ শ্ৰীকৃষ্ণৰ নানা বিধ লীলা চৰিত্ৰ ভক্তসকলৰ আদৰৰ ধন। মূলতঃ সকলো ধৰ্ম্মত একান্ত বিশ্বাস আৰু সত্যানুভূতিৰ দৰ্কাৰ। শ্ৰীগুৰুৰ ভক্তিৰ পম থেদি "সত্যব্ৰতং সতপৰং ত্ৰিসত্যং" সত্য বিশ্বাসৰ কথাকে পাওঁ।

"তুমি সত্য ব্ৰত মোক্ষৰ সাধন
সৰ্ব্ব কালে থাকা স্বামী।
মহা পঞ্চভূত তোমাত উপজে
তুমি সৰ্ব্ব অন্তৰ্যামী"

একাদশঃ— "একাদশৰ বৈকুণ্ঠ প্ৰয়াণৰ সমস্ত উদ্ধৱ সংবাদ চিত্তদ্ৰৱী।" এই "উদ্ধৱ সংবাদ" শাস্ত্ৰ থাপনাত ৰাখি ৰাম ৰাম গুৰুকে প্ৰভৃতি ১৪ জন ভক্ত ব্ৰাহ্মণক শ্ৰীশঙ্কৰদেৱে পোনতে শৰণ ধৰ্ম্ম প্ৰদান কৰে আৰু গোপ্য কথা কয়।

যদুবংশ ধ্বংসৰ শেষত উদ্ধৱক শ্ৰীকৃষ্ণই উপদেশ দিয়ে— সকলো হৰিময়— "হৰিময় দেখি দূৰ কৰা মতিভ্ৰম।"

নিজৰ স্বভাৱ অনুসাৰে লোকে বেদ ব্যাখ্যা কৰে—

"যাৰ যেন মতি কৰে বেদক ব্যাখ্যান।
নিজ অৰ্থ তেজি ভকতিক বুজে আন॥
কেহো বোলৈ বেদ কৰৈ যজ্ঞ, ব্ৰত, দানে।
কেহো বোলে ৰুদ্ৰদেৱ, পূজা তীৰ্থ স্নানে॥
কেহো বোলে বেদে কৰৈ জ্ঞানতেসে গতি।
গুণ ইচ্ছায়ে বুজে যাৰ যেন মতি॥"

ভকতৰ দৰে জীৱৰ বান্ধৱ কিন্তু ক'তো নাই

"ভকতেসে জানা মোৰ পৰম বান্ধৱ।
ভকতজনৰ মই সুহৃদ উদ্ধৱ!
মই বিনে ভকতে নিচিন্তে কিছো জ্ঞান।
ময়ো ভকতত পৰে নজানোহো আন॥
ভকত সমান সখি মোৰ কোন আছে।
ময়ো মহা ভকতৰ ফুৰো পাছে পাছে॥
মোৰ উদৰত আছে ব্ৰহ্মাণ্ড যতেক।
ভকতৰ ধুলা পৰি পবিত্ৰ প্ৰত্যেক॥"

উদ্ধৱে মহাজ্ঞানে পালে—

"কিনো কৃপাত ভৃত্যক কৰিলা।
বিজ্ঞান প্ৰদীপ মোক দিলা॥
প্ৰভু এৰি তোমাৰ পাৱক।
কোনে জনে ভজিবে আনক॥"

উদ্ধৱে শ্ৰীকৃষ্ণক বুকত সাৱটি ললে—

"মাধৱ বান্ধৱ উদ্ধাৰা বাপ।"

ভগৱন্তৰ লীলা চৰিত্ৰ সম্বলিত দ্বাদশ স্কন্ধ ভাগৱত শ্ৰৱন কীৰ্ত্তনত পৰীক্ষিতৰ ব্ৰহ্মজ্ঞান

প্ৰাপ্তি আৰু স্বৰ্গ প্ৰাপ্তিৰ আখ্যা পোৱা যায়। মহাভক্ত ভট্টদেৱেও ভক্তৰ শ্ৰেষ্ঠতা দেখুৱাইছে— "বৃক্ষতকৈ পক্ষী শ্ৰেষ্ঠ, পক্ষীতকৈ পশু শ্ৰেষ্ঠ, মানুহৰ মাজত ব্ৰাহ্মণ শ্ৰেষ্ঠ, তাতোকৰি মোৰ একান্ত ভক্ত শ্ৰেষ্ঠ। যি সকল ভক্তে জগতক মান্য কৰে আৰো মোৰ কথা নিৰন্তৰে শ্ৰৱণ-কীৰ্ত্তন কৰে।"

মনুষ্য শৰীৰ, নৰতনু, ভাৰত বৰিষ আৰু কল্কি এই চাৰিওৰে সংযোগ কলিৰ যুগৰ বাহিৰে সৃষ্টিকৰ্ত্তাৰ সৃষ্টিত ক'তো ঘটা নাই। ৰাম নামৰ বাহিৰে এই চাৰিওৰে প্ৰাণকৰ্ত্তা একো নাই। মাধৱৰ বাহিৰে আনক ভজিলে বুদ্ধি ভ্ৰংশ হয়। ভগবানৰ চৰণ সজাত আমাৰ মানস হংস থকা প্ৰয়োজন।

"ভাগৱত, ভগৱন্ত, ভকত, ভকতি।
এহি চাৰি গোটা বস্তু চৈতন্য মুকুতি।"

মুখনিঃ— ভকতিৰ প্ৰদীপ জ্বলাই থৈ যোৱাৰ উপৰিও গুৰুজনে জগতক পৰম বস্তু দি উপকৃত কৰিছে। সেয়েহে গুৰুজনৰ সৰ্ব্ববিষয়ত প্ৰৱৰ্ত্তন কৰা নবাট দেখি কবিগুৰু ৰবীন্দ্ৰ ঠাকুৰে উদাত্তসুৰে গাইছে—

"হে শঙ্কৰ! আমাৰ পৰাণ যাহা চায়, তুমি তাই গো! তোমা ছাড়া এজগতে, মোৰ কিছু নাই গো। আমি তোমাৰে পেয়েছি হৃদয় মাঝে, আৰ কিছু নাই চাই গো।"

(বাকীখিনি অহা সংখ্যাত প্ৰকাশ পাব)



## —ঃ শিষ্টাচাৰ ঃ—

শ্ৰীযোগেন্দ্ৰ নাথ শৰ্ম্মা
ব্যাকৰণ শাস্ত্ৰী

যি মাত-কথাৰ পৰা, যি সৰল, নম্ৰ ব্যৱহাৰৰ পৰা, যি নীতি-নিয়মৰ পৰা সকলোৰে শ্ৰদ্ধাভাজন হব পাৰি, মৰমিয়াল হব পাৰি আৰু এই কৰ্ম্মজগতত সুখ্যাতি লাভ কৰিব পৰা যায় তাৰ নামেই শিষ্টাচাৰ। এই শিষ্টাচাৰৰ জৰিয়তে মহামানৱ মহাত্মাগান্ধী যিশুখৃষ্ট আদিয়ে যশস্যা অৰ্জ্জন কৰি এই সংসাৰত তেওঁলোকৰ নাম চিৰস্মৰণীয় কৰি ৰাখিলে।

(১) কেতিয়াবা দেখা যায় কিছুমান ছাত্ৰ-ছাত্ৰীয়ে আৰু আন বহুতো মানুহে যেতিয়াই তেতিয়াই হাত-ভৰি নচুৱাই থাকে। এইটো এটা মুদ্ৰাদোষ। এই মুদ্ৰাদোষে মানুহৰ অস্থিৰ মনৰ পৰিচয় দিয়ে। শিক্ষক, পিতা মাতা

নাইবা আন কোনো মাননীয় ব্যক্তিৰ সম্মুখত এই মুদ্ৰাদোষ দেখুৱাটো শিষ্টাচাৰ বিৰোধী। চকুৰে ইফালে সিফালে দৃষ্টি কৰাটোৱে মনত ধৈৰ্য্যৰ অভাব বুজায়। পৰস্পৰৰ মাজত কথা কবলৈ আৰাম্ভ কৰিলে এজনৰ কথা শেষ নোহোৱালৈকে আনজনে কথা পতা বাক্ চপলতা দোষ। এই বাক্ চপলতা শিষ্টাচাৰ বিৰোধী।

কিছুমান মানুহে কোনো ঠাইত বহিবৰ বা উঠিবৰ সময়ত মুখেৰে উৎকট শব্দ কৰে। যেনেঃ— উঃ ৰাম— ইত্যাদি। ইয়াৰ দ্বাৰা নিজৰ মানসিক চঞ্চলতাৰ পৰিচয় দিয়া হয়। তাৰোপৰি এনেকুৱা ধ্বনিয়ে ওচৰত বহি থকা আন মানুহক— বিৰক্তি দিব পাৰে। গতিকে এই বিলাক মুদ্ৰাদোষ ছাত্ৰ-ছাত্ৰী সকলে সযত্নে পৰিহাৰ কৰি চলা উচিত।

২। অন্যমনস্কতাৰ বাবে সহপাঠী বা অন্য কোনো অপৰিচিত ব্যক্তিৰ গাত যদি ভৰি লাগে, তেতিয়া তৎক্ষণাত দুখ প্ৰকাশ কৰি লগে লগে নমস্কাৰ কৰিব লাগে। গুৰুজনৰ গাত ভৰি লাগিলে তৎক্ষণাত প্ৰাণাম কৰিব লাগে।

৩। বহি থকা অৱস্থাত যদি গুৰুজন বা কোনো পূজনীয় ব্যক্তি আহি উপস্থিত হয়, তেতিয়া অবিলম্বে নিজৰ বহা আসন ত্যাগ কৰি থিয় হব লাগে আৰু তেওঁৰ ফালে আসনখন আগবঢ়াই তাত তেওঁক বহিবলৈ অনুৰোধ কৰিব লাগে। তাৰ পিচত যদি গুৰুজনে অনুমতি দিয়ে তেতিয়াহে নিজে বহিব লাগে।

৪। গুৰুজন বা কোনো পূজনীয় ব্যক্তিয়ে কোনো বোজা লৈ যোৱা দেখিলে নিজৰ হাতত আন কোনো বস্তু নাথাকিলে তৎক্ষাণাত সেইটো নিজে আনি লব লাগে। সৰু লৰা বা বুঢ়া ব্যক্তিকো তদ্ৰূপ ব্যৱহাৰ কৰিব লাগে।

৫। যিজন ধাৰ্ম্মিক, জ্ঞানে-গুণে শ্ৰেষ্ঠ, বয়সত সৰু হলেও তেখেতক শ্ৰদ্ধা দেখুৱাব লাগে। যিজন বয়োবৃদ্ধ, তেওঁ হীন কুলজাত বা অশিক্ষিত হলেও তেখেতক যথোচিত সন্মান কৰা উচিত। কম বয়সীয়া বা সমবয়সীয়া, গৰীব আৰু অশিক্ষিত লোকৰ সৈতেও সদায় সৎ আৰু ভদ্ৰ ব্যৱহাৰ কৰিব লাগে।

৬। অইনৰ সৈতে একেলগে আহাৰ গ্ৰহণ কৰিব বহিলে একেলগে আহাৰ গ্ৰহণ আৰাম্ভ কৰিব লাগে আৰু সকলোৱে আহাৰ কৰা সমাপ্ত নোহোৱা পৰ্য্যন্ত পাত্ৰ ত্যাগ কৰা উচিত নহয়। অগত্যা বাধ্যত পৰি কৰিব লগীয়া হলেও সকলোৱে অনুমতি ক্ৰমেহে উঠি আহিব লাগে।

৭। কোনো ছোৱালীয়ে কলেজলৈ বা আন ঠাইলৈ পদব্ৰজে নাইবা মটৰেৰে গৈ থাকিলে তেওঁলোকৰ পিনে একেথিৰে চাই থকা উচিত নহয়। ই ভদ্ৰতা বিৰোধী, শিষ্টাচাৰ বিৰোধী, ব্ৰহ্মচৰ্য্য বিৰোধী। খোজকাঢ়ি গৈ থকা কোনো মহিলাৰ সন্মুখ পালে মুখৰ পিনে ইচ্ছাপূৰ্ব্বক নাচাই ভৰিৰ পিনে বা আন ফালে চাব লাগে।

৮। কোনো ছাত্ৰী বা তিৰোতাই যান-বাহনত থিয় হৈ যোৱা দেখিলে, তৎক্ষণাৎ নিজৰ ঠাইৰ পৰা উঠি তেওঁলোকক তাত বহুৱাব লাগে। তিৰোতাবিলাকে ঘৰৰ সকলো দুখ কষ্ট সহ্য কৰিব পাৰে, কিন্তু বহিৰ্জগতৰ ক্লেশ সহ্য কৰিবলৈ বিশেষ টান পায়।

৯। লৰা-ছোৱালী বিলাকে স্কুল কলেজলৈ যোৱাৰ সময়ত অতি মূল্যবান সাজ-সজ্জা পৰিধান কৰা উচিত নহয়। তেওঁলোকৰ পক্ষে সাধাৰণ পৰিস্কাৰ পৰিচ্ছন্ন কাপোৰ ব্যৱহাৰ কৰা হিতকৰ। বাহিৰৰ ঐশ্বৰ্য্য-বিভুতিৰ প্ৰতি ভ্ৰূক্ষেপহীন হৈ চলিলেহে অন্তৰ ঐশ্বৰ্য্যশালী কৰি তুলিব পাৰি।

১০। ঘৰৰ দাস-দাসীৰ প্ৰতি সদায় সৎ আচৰণ কৰা উচিত। চাকৰক অইনৰ ওচৰত পৰিচয় কৰি দিব লাগিলে— 'তেওঁ আমাৰ কাম-কাজ কৰে'— এই বুলি কোৱা উচিত। 'চাকৰ' বুলি ঘপৰাই কোৱা উচিত নহয়। চাকৰ বুলি পৰিচয় দিলে স্বভাৱতেই মানুহজনৰ আত্ম মৰ্য্যাদাত আঘাট লাগে।

ইউৰোপৰ চুইজাৰল্যাণ্ডত 'চাকৰ' শব্দৰ ব্যৱহাৰেই কৰা নহয়। চাকৰ, পাচক আদিক 'এচিষ্টেন্ট' বুলিহে তেওঁলোকে কয় বোলে। পৰিয়ালৰ সকলোৱে এই সহকাৰী জনৰ সৈতে একেলগে টেবুলত আহাৰ গ্ৰহণ কৰে।

ঘৰৰ চাকৰবোৰক তেওঁলোকতকৈ বয়সত সৰু লৰা-ছোৱালীয়ে নাম ধৰি নামাতি 'দাদা', 'ককাই'— প্ৰভৃতি সম্বন্ধ লগাই মাতিব লাগে। জীৱিকা নিৰ্ব্বাহৰ বাবে পৰিশ্ৰম বিনিময়ত সকলোৱে অৰ্থ গ্ৰহণ কৰা দেখা যায়। এজন লোকৰ দ্বাৰা কোনো কঠিন কাম সহজে সমাধা কৰা সহজ নহয়— অফিচত বৰবাবুৰ যি প্ৰয়োজন চাপ্ৰাচী বা চকীদাৰৰো সেই একে প্ৰয়োজন এই হিচাপে সকলোৱে চাকৰ বা এচিষ্টেন্ট্। সেই হেতু দাস-দাসীক সহকাৰী হিচাপে মন কৰিব লাগে। নিজে যি খাদ্য খায় চাকৰ জনকো সেই খাদ্যকেই দিয়া উচিত। পোচাক-পৰিচ্ছদো পাৰিলে ভাল ধৰণেই দিয়াটো যুগুত।

১১। কেতিয়াবা পিতা-মাতা, শিক্ষাগুৰু বা কোনো বয়োবৃদ্ধ লোকে টান কথা কলে তাৰ প্ৰত্যুত্তৰ নিদি নম্ৰভাৱে, বিনয়ভাবে 'ক্ষমা কৰিব' বুলি প্ৰণাম কৰিব লাগে। আনহাতে নিজতকৈ যদি কম বয়সৰ কোনোবাই ক্ৰোধান্বিত হয় তেতিয়া তেওঁক মৰম লগা মাতেৰে গাত বা মুৰত হাত বুলাই তেওঁৰ খং নিবাৰণ কৰিব লাগে।

১২। কোনো মানুহৰ শৰীৰত কোনো খুঁত থাকিলে বা মাতৰ ব্যতিক্ৰম হলে তাক ভেঙুচালি কৰা অনুচিত। আমাৰ বুঢ়া বুঢ়ী সকলে কয় যে যিজনে আনৰ অঙ্গ খুঁত দেখি ভেঙুচালি কৰে পিছৰ জন্মত তেওঁৰো তেনে বিকৃতি হয়।

১৩। সভা সমিতি বা আলাপ আলোচনাত কেতিয়াবা দেখা যায় নম্ৰ ভাষাত শান্ত পৰিবেশেৰে কিবা বিষয় আলোচনা কৰি থাকোতে হঠাৎ কোনোবা এজনে তেওঁৰ কথাটো প্ৰতীয়মান কৰিবৰ বাবে ডাঙৰ শব্দ কৰি আলাপ আলোচনাৰ শান্ত পৰিবেশত ব্যাঘাত জন্মায়। এইটো এটা শিষ্টাচাৰ বিৰোধী কাম।

১৪। হালবোৱা মাটিত, শষ্য-ক্ষেত্ৰত, গৰুচৰা পথাৰত, মানুহৰ বাসস্থানৰ ওচৰত' আলিবাটৰ আশে-পাশে, নদীত, তীৰ্থস্থানৰ ওচৰত, জলাশয়ৰ পাৰত নাইবা শ্মশানত মল-মূত্ৰ ত্যাগ কৰা অনুচিত।

বায়ু সমুদ্ৰৰ মাজত আমি ডুবি আছো।

এক মুহূৰ্ত্ত বায়ু গ্ৰহণ নকৰিলে আমি জীয়াই থাকিব নোৱাৰোঁ। এই বায়ুমণ্ডল যদি মল-মূত্ৰৰ দ্বাৰা দূষিত হয় আৰু এই দূষিত বায়ু আমি প্ৰতি মুহূৰ্ত্তে গ্ৰহণ কৰিব লগাত পৰো, তেনেহলে শৰীৰত নিশ্চয় নানা ৰোগ হব। সেইবাবে উক্ত ঠাইবোৰত আমি মল-মূত্ৰ ত্যাগ কৰা উচিত নহয়। কাৰণ এই ঠাইবোৰতেই মানুহৰ যাতায়ত বেছি।

বৰ্ত্তমানেও আমাৰ দেশত বিশেষকৈ গাওঁ অঞ্চলত বাটিৰ আশে-পাশে মল-মূত্ৰ ত্যাগ কৰা দেখা যায়। ফলত তাৰ বায়ু দূষিত হৈ পৰে আৰু এই দুৰ্গন্ধযুক্ত বায়ু ঘ্ৰাণ কৰাৰ ফলত গাওঁবাসীসকলে নানা ৰোগত ভূগিব লগা হয়। গাৱঁত উপযুক্ত ঠাইত মল-মূত্ৰ ত্যাগ কৰাৰ ব্যৱস্থা নথকাৰ বাবেই এনেকুৱা হয়। কিছুমান গাৱঁত এতিয়াও মানুহে লগত পানীলৈ শৌচ কৰিবলৈ নাযায়। মলত্যাগ কৰি ওচৰৰে কোনো জলাশয় বা নদীত শৌচাদি ধুৱে। এই আচাৰ স্বাস্থ্যনীতি বিৰোধী আৰু শিষ্টাচাৰ বিৰোধীও। কাৰণ এই জলাশয়ৰ পানী নানা জীৱ-জন্তু, চৰাই আদিয়ে পান কৰে। কেতিয়াবা নদীৰ তীৰৱৰ্ত্তী মানুহেওঁ এই পানী খোৱা দেখা যায়। জীৱ-জন্তু মৰিলে বা কোনো গেলা-পচা বস্তু জলাশয় বা নদীত পেলাই দিয়া উচিত নহয়। সেইবোৰ মাটিত গাঁত খান্দি পুতি থব লাগে। এই কু-আচাৰবোৰ দূৰ কৰিবলৈ দেশৰ সকলোৰে পাৰ্য্যমানে চেষ্টা কৰা উচিত। গাৱঁত অকল দুই এখন চিকিৎসালয়, দুই এটা দমক'ল বহুৱাই দিলেই স্বাস্থ্যৰক্ষা কৰা নহয়।

মুষ্টিমেয় নগৰবাসীৰ উন্নতিয়ে সমগ্ৰ দেশৰ উন্নতি হব নোৱাৰে। গাৱঁৰ মানুহৰ শিক্ষা-সংস্কৃতি আৰু জীৱন যাপনৰ মানদণ্ডও উন্নত কৰা নিতান্ত প্ৰয়োজন। তেতিয়াহে আমাৰ দেশক পৃথিৱীৰ সভ্য দেশসমুহৰ মাজত লেখত লব পৰা যাব।

দেশৰ উন্নতিকামী মানুহে, জীৱনত উন্নতিকামী ছাত্ৰ-ছাত্ৰীয়ে এই সদাচাৰবোৰ পালনকৰি শিষ্টাচাৰী হোৱাটো অতীব প্ৰয়োজনীয়।



## —ঃঅসম সংগীতঃ—



শ্ৰীসুৰেন্দ্ৰ কুমাৰ দাস।
( শিক্ষক )

[ ১ ]

" চিৰ চেনেহী ভাষা জননী "
তোৰ আজি কিয় এনুৱা বেশ,
শীতৰ ঠেকুৱা ৰ'দালিত তই
তিতা তিতা তোৰ মূৰৰ কেশ।

[ ২ ]

কিয় বাৰু তই মলিন বেশেৰে
মলিন মুখেৰে কইছা মোক,
কোনে বাৰু তোৰ মুখৰ মাত
হৰিব খুজিছে ক'চোন মোক।

[ ৩ ]

নকৰা ভয় নকৰা শোক
জাগিছে অসীম শকতি মোৰ,
নকৰা চিন্তা নোৱাৰে হৰিব
পৃথিবী-পূজ্য এই ভাষা মোৰ।

[ ৪ ]

অসমীয়া জাতি বিশ্বৰ খ্যাতি
নলয় অইনৰ অধীন বেশ
নিজৰ দেশৰ অন্নেৰে জীৱিত
নলয় অইনত ভিক্ষাৰ বেশ।

[ ৫ ]

অসীম শকতি তোৰ সন্তানৰ
ভাৰত বিখ্যাত মোগল বীৰ,
পৰাজয় বৰণ কৰিলে ইয়াত
জনাই সেৱা অসম-বীৰ।

[ ৬ ]

অসমীৰ মাত অসমীৰ স্নেহ
অসম বীৰৰ অন্তৰৰ সাহ --
ভাৰত জুৰি বিচাৰি নোপোৱা
অসমত পালে তাৰেই উৎসাহ।

[ ৭ ]

হেৰা, দেশী ভাই ! নকৰা জঞ্জাল
আছাযে অসমত
অসমীয়া বেশ,
নাই যে উদ্ধাৰ হবা যে লজ্জিত
বিশ্বই হাঁহিব,
প্ৰবঞ্চক বুলিব
নাপাবা কতো
সম্মানৰ লেশ।

# "মানৱ জীৱনৰ এটি আলোকপাত"

মোঃ আব্দুল মজিদ
নৱম মান শ্ৰেণী (ক)

তুমি ধনত ধনী। তুমি তোমাৰ বন্ধু বান্ধৱৰে সৈতে সুৰম্য পকা দালানত বাস কৰিছা। তুমি আমোদ প্ৰমোদৰ মাজেদি দিন নিয়াইছা। তোমাৰ দিনবোৰ পলকৰ মাজত নাইকিয়া হৈ যায়। কিন্তু তোমাৰ ওচৰত আন মানুহবোৰ দুখ যন্ত্ৰনাত কক বকাই আছে। তেওঁলোক বন্ধুহীন হৈ,— সহায়বিহীন হৈ হুমুনিয়াহ কাঢ়িছে। তেওঁলোকৰ দিনবোৰ বাটৰুৱা ভিকহুৰ দৰে যে যাব নোখোজে। তুমি ইমান ঐশ্বৰ্য্যশালী সম্পদৰ মালিক হৈও সিহঁতৰ দুখ কষ্টৰ পিনে লক্ষ্য কৰা নাই। তুমি সদায় নিজৰ ধনৰ কথাহে চিন্তা কৰিছা। সিহঁতৰ দুখ কষ্টৰ পিনে চকু দিবলৈ তোমাৰ সময়ৰ নাটনি।

তুমিতো জীৱনত দুখ কষ্ট কি বস্তু তাক দেখিবলৈ পোৱা নাই। কোনোদিন খোৱা লোৱাৰ কোনো অভাৱ পৰা নাই। সেয়ে তোমাৰ স্বাস্থ্য ভাল। ভগৱানে তোমাক যথেষ্ট ৰূপ দিছে। ইয়াৰ উপৰিও তুমি ধুনীয়া ধুনীয়া কাপোৰ পৰিধান কৰিছা, নিজৰ ৰূপ সৌন্দৰ্য্য বৃদ্ধি কৰিছা। তুমি তোমাৰ নিজৰ ৰূপতে মগ্ন থাকি ওচৰ চুবুৰীয়াৰ অন্তৰত দুখ দিছা, সিহঁতক ঘৃণাইছা, কিন্তু সিহঁতে সিহঁতৰ লজ্জা পৰ্য্যন্ত আভৱৰণ কৰিব পৰা নাই। তোমাৰ ধুনীয়া ধুনীয়া কাপোৰ আৰু ৰূপ লাৱণ্য দেখি সিহঁতে একেথৰে চাই আছে। তুমি সিহঁতৰ প্ৰতি চকু দিয়া নাই। সিহঁতৰ প্ৰতি তোমাৰ দৃষ্টি নপৰে।

তুমি জ্ঞানী; বিদ্যা শিকিছা, যথেষ্ট বুদ্ধি অৰ্জ্জন কৰিছা। জ্ঞান বুদ্ধিৰে নিজৰ জীৱন অলৌকিক কৰিছা। বুদ্ধিৰ বলেৰে তুমি সকলোকে নিজৰ ভৰিৰ তলত চেপি ৰাখিছা। তোমাৰ জ্ঞানৰ দ্বাৰা সিহঁতক ঠগিবলৈ শিকিছা। সকলোৱে তোমাৰ বুদ্ধিক ভয় কৰে। তোমাৰ বুদ্ধিক সিহঁতে কোনোমতে চেৰ পেলাব নোৱাৰে। তোমাৰ বুদ্ধি আনৰ বুদ্ধি নহয় আৰু হবওঁ নোৱাৰে। কিন্তু তুমি এবাৰ ভাবি চোৱানে? তোমাৰ এইবোৰ বাহাদুৰি চিৰদিন থাকিবনে? তুমি এবাৰ গভীৰ চিন্তা কৰি চোৱাচোন-- তুমি কলৈ আহিলা—

কি হলা— আৰু কি হবা— ।

এইয়া চিন্তা কৰা তুমি কি— আছিলা। পাৰাপাৰ বিহীন বিশাল সাগৰৰ এটোপাল পানী তুমি । কিন্তু ভগৱানৰ শক্তি আৰু জগতৰ ধাৰাবাহিক শক্তিৰ ফলত তোমাৰ মাৰ লগত দেউতাৰাৰ মিলন হল ( কেৱল তোমাৰেই নহয় সকলো মানৱৰ ) তাৰ পিছত সেই নিজৰ স্থান গ্ৰহণ কৰিলা। ভগৱানৰ অপূৰ্ব্ব শক্তিৰ ক্ৰিয়াৰ ফলত মাছৰ গৰ্ভতেই ভগৱানে অপৰিসীম শক্তিৰ দ্বাৰা হাত, ভৰি চকু, কাণ আদি কৰি সৰ্ব্বাঙ্গ দান কৰিলে। তুমি মানুহৰ আকৃতি ধাৰণ কৰিলা। তাৰ পিছত ভগৱানে তোমাৰ খোৱাৰ বাবে মাতৃৰ স্তনত গাখীৰ যোগাই দিলে। ইয়াৰ পিছত তোমাৰ মাৰায় তোমাক প্ৰসৱ কৰিলে। ইয়াৰ পিছত তোমাৰ মাৰায় তোমাক চুৱাই পৰাই ভগৱানৰ অপৰূপ দান স্তন তোমাৰ মুখত দিলে। এইদৰে আস্তে আস্তে বাঢ়ি আহিলা; তোমাৰ আহাৰ বা খোৰাক বাঢ়ি আহিল। সেয়েই ফল স্বৰূপে তোমাৰ মাৰায় অলপ কোমল বস্তু বা দুই এটি ভাত হাত টিপি তোমাৰ মুখত ভৰাই দিলে। এইদৰে কিছুদিনৰ পিছত তুমি ফুৰিব পৰা হলা। ভগৱানে তোমাৰ শৰীৰত শক্তি আৰু ভালবেয়া বুজিব পৰা জ্ঞান দান কৰিলে। তেতিয়া তোমাৰ মাক বাপেকে সকলো কষ্ট স্বীকাৰ কৰিওঁ তোমাৰ ভবিষ্যৎ মঙ্গলৰ কাৰণে চিন্তা কৰি স্কুললৈ পঠালে। তুমিও লাহে লাহে ডাঙৰ হৈ আহিলা জ্ঞান, বিদ্যা শিকিলা, ডিগ্ৰী লাভ কৰিলা। বৰ্ত্তমান তুমি ডিগ্ৰী লাভী পালোৱান। দুৰ্ব্বল আৰু দুখীয়াৰ প্ৰতি অত্যাচাৰী। তুমি এবাৰ ভাবি চোৱানে ? তোমাৰ এইবোৰ চিৰদিন থাকিবনে ? তুমি এবাৰ ভাবি চোৱা কি— আছিলা, কি— হলা আৰু কি— হবা— ।

এইবোৰ তোমাৰ চিৰদিন জীয়াই নেথাকে। তুমি এবাৰ নিশ্চয় বুঢ়া হৈ আহিবা। লাহে লাহে তোমাৰ শক্তি নোহোৱা হৈ যাব। লগে লগে তোমাৰ জ্ঞান বুদ্ধি কমি আহিব। শাৰীৰিক শক্তি নোহোৱাহৈ যাব; শৰীৰৰ সৌন্দৰ্য্য ম্লান হৈ পৰিব। তেতিয়া তোমাক সকলোৱে ছেই ছেই কৰিব। আনকি তোমাৰ অতিকে আপোনজনেওঁ অতীতৰ সকলো গৌৰৱ পাহৰি যাব আৰু সদায় নিজৰ কাৰণেহে চিন্তা কৰিব। সেই সময়ত তোমাৰ অতীতৰ কৰ্ত্তব্য সমূহে শোকৰ হেন্দোলনি তুলিব। তুমি অতীতৰ কৰ্ত্তব্য সমুহ ৰোমান্থন কৰি জীৱন বীণাত চিৰ বিষাদৰ ৰাগিনী তোলাৰ বাহিৰে অন্য উপায় নেথাকিব।

তাৰ পিছত তোমাৰ অৱস্থা কি হব। এবাৰ চিন্তা কৰি চোৱা, তুমি অনুতাপ কৰি চোৱা, তুমি কোন বাটৰ যাত্ৰী ? তোমাৰ লক্ষ্যস্থান কত ? সেয়া হল তোমাৰ মৃত্যু। মৃত্যুক কোনেও ৰোধ কৰিব নোৱাৰে। ইয়াৰ হাতৰ পৰা কোনেও ৰক্ষা পৰিব নোৱাৰে। এজন কবিয়ে গাইছে—

"আহিলে মৰণ যাবই লাগিব
আন্ধাৰ পুৰীৰ কোনোবা দেশলৈ"

তাৰ পিছত তোমাৰ যেতিয়া মৃত্যু হব। তোমাৰ জীৱনৰ সকলো ভাল বেয়া কৰ্ম্মবোৰ

বিচাৰ হব। যিয়ে তোমাক অপৱিত্ৰ পানীৰ দ্বাৰা জীৱশ্ৰেষ্ঠ মানুহ হিচাবে সৃষ্টি কৰিছিল তেওঁৱেই তোমাৰ বিচাৰ কৰিব। এতিয়াও সময় আছে। তুমি ভাবি চোৱা তুমি কৰৈ আহিলা— কি-- হলা— আৰু কি হবা—।

—×—

# —হজৰত মহম্মদৰ সংক্ষিপ্ত জীৱনী—

মোঃ আলী আকবৰ
নৱম মান শ্ৰেণী (ক)

পৃথিবীত যেতিয়া অত্যাচাৰ, অধৰ্ম্ম, অনাচাৰ, ব্যভিচাৰ আৰু হিংসানীতিয়ে বিৰাজ কৰে, তেতিয়া সেইবোৰ দুৰ্নীতি গুছাবৰ কাৰণে পৃথিবীত কিছুমান মহাপুৰুষৰ আবিৰ্ভাব হয়। ঠিক সেইদৰে আৰবৰ বুকুত যেতিয়া অধৰ্ম্ম, অনাচাৰ আদিয়ে বিৰাজ কৰিছিল, তেতিয়া সেইবোৰ দূৰ কৰিবলৈ বিশ্বনবী মহাপুৰুষ হজৰত মহম্মদৰ আবিৰ্ভাব হয়।

৫৭০ খৃঃত আৰবদেশৰ অন্তৰ্গত মক্কানগৰত প্ৰসিদ্ধ কোৰেচ বংশৰ হাছেম পৰিয়ালত হজৰত মহম্মদৰ জন্ম হয়। তেওঁৰ পিতাক আব্দুল্লা তেওঁৰ জন্মৰ ছমাহ পূৰ্বে ইহলীলা সম্বৰণ কৰে। তেওঁৰ ছবছৰ বয়সত তেওঁৰ মাক আমিনাবো বিয়োগ হয়। তেতিয়া তেওঁৰ খুৰাক আবু তালেবৰ লগত থাকিবলৈ লয়।

আৰবত সেইসময়ত লিখা পঢ়াৰ সুবিধা নথকাৰ বাবে হজৰত মহম্মদবো নহল। বয়স বঢ়াৰ লগে লগে তেওঁ খুৰাকক বেহাবেপাৰত সহায় কৰিবলৈ ধৰিলে।

সেই সময়ত মক্কা নগৰত খদীজা নামে এগৰাকী সম্ভ্ৰান্ত বংশৰ চহকী বিধবা আছিল। তেওঁ হজৰত মহম্মদক নিজৰ পৰা টকা দি বেপাৰৰ কাৰণে বিদেশলৈ পঠাইছিল। হজৰত মহম্মদে বেপাৰত আশাতীত লাভ কৰিছিল আৰু সজ গুণৰ পৰিচয় দিছিল। হজৰত মহম্মদৰ গুণত মুগ্ধ হৈ খদীজাই তেওঁৰ ওচৰত বিয়াৰ প্ৰস্তাৱ দাঙি ধৰে। হজৰত মহম্মদেও খুৰাকৰ অনুমতি লৈ বিয়াৰ প্ৰস্তাৱ দিয়ে।

সেই সময়ত আৰব দেশ পৌত্তলিকতাৰ

চৰম সীমাত উপনীত হৈছিল। আৰবৰ ধৰ্ম্ম কেন্দ্ৰ কাবা শ্বৰীফতে অসংখ্য দেৱ-দেৱীৰ মূৰ্ত্তি পূজা চলিছিল আৰু আৰবৰ লোকসকলৰ ঘৰে ঘৰে নিজ নিজ ইষ্ট দেৱতাৰ মূৰ্ত্তি থাপনাত ব্যস্ত হৈছিল। দেশত নানা অন্যায়, অত্যাচাৰ আৰু ব্যভিচাৰ চলিছিল। দেশৰ এই শোচনীয় অৱস্থা দেখি হজৰত মহম্মদৰ মনত বিষম উদ্বেগ উপজিছিল আৰু কেনেকৈ এনে বিশৃঙ্খলতা দূৰ কৰা যায়, তাৰে চিন্তাত তেওঁ মগ্ন হৈ পৰিছিল।

এই অন্যায়, অত্যাচাৰ ব্যভিচাৰ আৰু ধৰ্ম্মৰ গ্লানি দূৰ কৰিবৰ কাৰণে মক্কাৰ ওচৰত থকা হীৰা পৰ্ব্বতৰ গুহা এটাত তেওঁ ধ্যানত মগ্ন হ'ল। এইদৰে ধ্যানত মগ্ন থকাত দিন ৰাতি কব নোৱাৰাকৈ অতিবাহিত হৈ গল। বাৰ বছৰ ঈশ্বৰ আৰাধনা কৰাৰ পিচত তেওঁ "ইচলাম" ধৰ্ম্মৰ সন্ধান পায়। তেতিয়াৰ পৰাই তেওঁ আৰৱবাসীক তেওঁৰ ধৰ্ম্মত দীক্ষিত হবলৈ আহ্বান জনায়। কিন্তু অধৰ্ম্মী আৰব বাসী সকলে তেওঁৰ ধৰ্ম্ম বিশ্বাস নকৰিলে বৰঞ্চ ইতিকিং কৰিলে।

তেওঁৰ ধৰ্ম্ম প্ৰথমে তেওঁৰ ঘৰৰ পৰিয়াল সকলে আৰু পিচত তেওঁৰ অন্তৰঙ্গ বন্ধু সকলে গ্ৰহণ কৰিছিল।

ধৰ্ম্ম লাভ কৰাৰ প্ৰথম তিনিবছৰ তেওঁ নীৰৱে ধৰ্ম্ম প্ৰচাৰ কৰিছিল। কিন্তু পিচত তেওঁ প্ৰকাশ্যে ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ ধৰিলে। ইয়াৰ ফলত মক্কাবাসী সকলে তেওঁক আৰু তেওঁৰ ধৰ্ম্মাবলম্বী লোকসকলৰ ওপৰত অত্যাচাৰ উৎপীড়ণ কৰিবলৈ ধৰিলে। তাকে দেখি তেওঁৰ শিষ্য সকলক আবিচিনিয়াৰ ৰজা নিগচৰ ওচৰলৈ আশ্ৰয় বিচাৰি যাবলৈ আদেশ দিলে। কিন্তু কোৰেচ বিলাকে তেওঁলোকৰ পিচে পিচে খেদি গল।

ৰজা নিগচে তেওঁলোকক আশ্ৰয় দিলে আৰু পিচে পিচে যোৱা কোৰেচ বিলাকক খেদি ওভতাই পঠিয়ালে। কোৰেচ বিলাকে মক্কালৈ আহি মক্কাৰ অৱশিষ্ট মুচলিম সকলক আৰু হজৰত মহম্মদক তিনি বছৰ এখন সৰু ৰাজ্যত অৱৰোধ কৰি ৰাখিলে। এই কালছোৱাত তেওঁলোকে বছৰি এবাৰহে মক্কালৈ হজ কৰিবলৈ যাবলৈ স্বাধীনতা পাইছিল। এই সময়ত ধৰ্ম্ম প্ৰচাৰত বিভ্ৰাট উপস্থিত হৈছিল।

তিনি বছৰ পিছত মুচলিম সকলে স্বাধীনতা পায়। এই সময়তে তেওঁৰ খুড়াক আৰু পত্নী স্বৰ্গলৈ গতি কৰে। এনে বিষম বিপদতো হজৰত মহম্মদে বিচলিত নহল। তেওঁ নিজৰ কৰ্ত্তব্যৰ পৰা চ্যুত নহল। এই সময়তে বহুত মুচলিম মক্কাৰ পৰা মদিনালৈ গৈ বসতি কৰিবলৈ ললে।

হজৰত মহম্মদ আৰু তেওঁৰ অনুগামী সকল মক্কাত থকা অৱস্থাত শত্ৰু সকলে তেওঁলোকক আক্ৰমণ কৰিবলৈ ইচ্ছা কৰিলে। আক্কাৰৰ ছেগবুজি এদিনাখন ৰাতি হজৰত মহম্মদৰ বাস-ভৱন আক্ৰমণ কৰিলে। ইতিমধ্যে তেওঁ পূৰ্ব্বে এই খবৰ জানি "ছোৰ" নামে গুহালৈ গৈ আত্ম ৰক্ষা কৰিলে। তেওঁৰ অন্বেষণত যোৱা এটা দলে সেই গুহাৰ মুখ পৰ্য্যন্ত পাইছিল। কিন্তু শত্ৰু সকলে তেওঁক বিচাৰি উলিয়াব নোৱাৰিলে। তাতে তিনি দিন থাকি তেওঁৰ অনুগামী সকলৰ সৈতে

মদিনালৈ যাত্রা কৰিলে (৬২২ খৃ: ১৬ জুলাই) সেই সময়ৰ পৰা "হিযৰৎ" শব্দ আৰম্ভ হয়।

মদিনাবাসী বিলাকে তেওঁক সাদৰেৰে গ্ৰহণ কৰি তেওঁৰ ধৰ্ম্মক অৱলম্বন কৰে। ক্ৰমে ক্ৰমে মদিনাত এখন ইচ্‌লাম ৰাষ্ট্ৰ অনুস্থান হ'ল। ইহুদী বিলাকে কিন্তু এই কাৰ্য্য ভাল নাপাইছিল। ইকালে মক্কাৰ কোৰেচ বিলাকেও ইচ্‌লাম বিনাশৰ উদ্দেশ্য তাৰ পৰাই অভিযান চলাই আছিল। কিন্তু হজৰত মহম্মদৰ নিৰ্দ্দেশমতে ইহুদীবিলাকৰ লগত চুক্তি কৰিলে। সেই চুক্তি মতে নিজ নিজ ধৰ্ম্মত কোনেও বাধা নিদিব আৰু নিজৰ দেশৰ শত্ৰুৰ হাতৰ পৰা ৰক্ষা কৰিব। সন্ধি বৰ কাৰ্য্যকৰী হ'ল।

ইকালে মক্কাৰ কোৰেচ বিলাকে হিযৰতৰ দ্বিতীয় বছৰত ইচলাম ধ্বংশৰ কাৰণে মদিনা আক্ৰমণ কৰিবলৈ আহিল। হজৰত মহম্মদেও এই বাতৰি পাই অলপ বৈ আগ বাঢ়ি গল। বদৰ নামে ঠাইত দুয়ো পক্ষৰ তুমুল ৰণ হ'ল। ৰণত কোৰেচ বিলাকে হাৰি নিহত হ'ল।

তৃতীয় বছৰত আকৌ কোৰেচ বিলাকে মদিনা আক্ৰমণ কৰিবলৈ আহিছিল। কিন্তু এইবাৰো পৰাজিত হ'ল। পিচত হিযৰতৰ পঞ্চম বছৰত কোৰেচ বিলাক আৰু মক্কাৰ বিভিন্ন দলবোৰে লগ লাগি মদিনা আক্ৰমণ কৰিবলৈ আহিল। মুচলিম বিলাকে বিৰাট সৈন্যবাহিনীৰ আগত তিষ্ঠিব নোৱাৰিব বুলি ভাবি নগৰৰ চাৰিওফালে গৰবাৰে থান্দিবলৈ ধৰিলে। তেতিয়া সম্মিলিত বাহিনীয়ে নগৰত প্ৰবেশ কৰিব নোৱাৰি, এমাহৰ কাৰণে মদিনা অৱৰোধ কৰি ৰাখিছিল। পিচে এদিন মাজ নিশা ধুমুহা আৰু বৰষুণ ইমান হল যে তাৰ প্ৰকোপত আক্ৰমণকাৰীৰ মনোবল ভেনেই ভাগি গল আৰু ৰাতি নৌ পুৱাতেই সিবিলাকে মক্কালৈ উভতিল। ইয়াৰ পিচত শত্ৰু সকলে আক্ৰমণৰ আশা সমূলি এৰিলে।

ইয়াৰ পিচত কোৰেচ বিলাকে মুচলিম সকলৰ লগত সন্ধি স্থাপন কৰিলে। কিন্তু কোৰেচ বিলাকে সন্ধিৰ চৰ্ত্ত ভঙ্গ কৰিবলৈ ধৰিলে। তাৰ ফল হিযৰত অষ্টম বছৰত মুচলিম বিলাকে যুদ্ধ ঘোষণা কৰে। কিন্তু কোৰেচ বিলাকে তেওঁলোকৰ আগত টিকিব নোৱাৰিব বুলি ভাবি সন্ধিৰ প্ৰস্তাৱ দি আবুচু'ফিয়ান নামে এজন লোকক মুচলিম সকলৰ ওচৰলৈ পঠিয়াই দিলে। মুচলিম সকলে তেওঁক অকলে পাই হত্যা কৰিবলৈ ইচ্ছা কৰিলে কিন্তু হজৰত মহম্মদে তেওঁক ৰক্ষা কৰি মুক্তি দিয়ে। আবুচুফিয়ানে হজৰত মহম্মদৰ এই ব্যৱহাৰত মুগ্ধ হৈ ইচ্‌লাম ধৰ্ম্ম গ্ৰহণ কৰিলে।

হজৰত মহম্মদে মক্কাত উপস্থিত হ'ল। হজৰত মহম্মদে তেওঁৰ প্ৰাণ নিবখোজা লোক সকলৰ প্ৰতি আৰু ইচ্‌লাম ধৰ্ম্ম বিনাশকাৰী কোৰেচ সকলৰ প্ৰতি শত্ৰুতা পোষণ নকৰিলে। বৰঞ্চ তেওঁ সকলোকে মৰম আৰু ধৰ্ম্মৰ ডোলেৰে বান্ধিলে। ফলত হাজাৰ হাজাৰ নৰ-নাৰী তেওঁৰ ধৰ্ম্ম-দীক্ষা ললে। এইদৰে হজৰত মহম্মদে দুই বছৰতকৈ কম সময়ৰ ভিতৰত গোটেই আৰবৰ বুকুত ইচলাম

ধৰ্ম্ম প্ৰচাৰ কৰিলে।

৬৩২ খৃঃ ৰ মেই মাহত, হিযৰতৰ একাদশ বছৰত ৬৩ বছৰ বয়সত হজৰত মহম্মদ নবিয়াত পৰে আৰু জুন মাহৰ ৮ তাৰিখ সোমবাৰে তেওঁ ইহলীলা সম্বৰণ কৰে।

পৃথিবীৰ বুকুত বহুতো বড়া মহাৰজা পাৰ হৈ গৈ আছে; কিন্তু মহম্মদৰ ধৰ্ম্মবাণী যুগমীয়া হৈ ৰৈ আছে।

—০—

## ০ঃ অসমীয়া ভাষা সমস্যাৰ বিষয়ে দু আষাৰমান ঃ০

শ্ৰীপ্ৰাণকৃষ্ণ দাস,
দশম কলি।

ৰাজনৈতিক বিশৃংখলতা সমাজ-নীতি আৰু নানা কাৰণবশতঃ অসম অতীজৰে পৰা নানা সমস্যাত জুৰুলা। আজি এই চন্দ্ৰ বিজয়ৰ দিনলৈকেও সেই সমস্যাবোৰে আমাৰ পিচ এৰা নাই। বৰং এটাৰ পিচত এটাকৈ সমস্যা বাঢ়িয়েই আছে। আৰু তাৰ প্ৰত্যক্ষ ফল স্বৰূপে অসমেও দিনে দিনে অৱনতিৰ ফালে গতি কৰিছে

অসমৰ এই সমস্যাবোৰ বঢ়োৱাত আৰু তাৰ সমাধানতো বাধা দিয়াত দায়ী কোন? সঠিক ইয়াৰ উত্তৰ দিব নোৱাৰিলেও আমি এইটো কব পাৰো যে— তাৰ বাবে দায়ী আমি— আমাৰ সমাজ নীতি।

ভাষা সমস্যা, নিবনুৱা সমস্যা, পুণৰ গঠন, আৰু ক্ৰমবৰ্দ্ধমান জনসংখ্যা আদিয়েই অসমৰ সন্মুখত আজি জটিল সমস্যা হৈ দেখা দিছে। আৰু এই আটাইবিলাক মিলি অসমৰ পৰিস্থিতি উত্তপ্ত কৰি তুলিছে। কিন্তু বৰ্তমান অসমত বাকীবোৰ পৰিস্থিতিতকৈ ভাষা সমস্যাৰ পৰিস্থিতিয়েহে অসমৰ জাতীয় মৰ্য্যাদাত আঘাত হানিছে আৰু জটিলতৰ হৈ পৰা সমস্যা আৰু জটিলতম্ হৈ পৰিছে।

"ভাষা সমস্যা" যাক আমি কিছুদিন আগৰ পৰা এটি প্ৰধান সমস্যাৰ শাৰীৰ পৰা নমাই আনিছিলো; হঠাতে এইদৰে জটিলতৰ হৈ উঠিব পালে কেনেকৈ? আৰু এই জটিলতৰ সমস্যাৰ চিৰ সমাধানৰ পথ কি?

১৮২৬ চনত ব্ৰহ্মা ৰজাৰ সৈতে ইংৰাজৰ সন্ধি হয় তাৰ ফল স্বৰূপে অসমো ইংৰাজৰ

হাতলৈ যায়। অসমীয়া জাতিৰ স্বাধীনতা লোপ কৰি ইংৰাজ সিংহই অসমৰ শাসনত হাত দিলে। ইংৰাজক অসম ৰাজ্য অধিকাৰত কোনো অসমীয়াই (বিদেশীক) বিশেষ মাত মাতিলে। যি অসমীয়াই বিদেশীৰ, ছাটোকে সহিব নোৱাৰিছিল, সেই অসমীয়াই এবাৰো মাত নমতা বাবে কিছুমানে আচৰিতো হব পাৰে। আকৌ বহুত দিন ধৰি মানৰ হাতত লাঞ্ছিত আৰু অপমানিত হৈ অসমীয়া জাতিয়ে দুৰ্ব্বলা হৈ পৰিছিল আৰু সেয়েহে মানৰ গ্ৰাসৰ পৰা ৰক্ষাকৰ্ত্তা পটু ইংৰাজৰ তললৈ যাবলৈ বিশেষ আপত্তি নকৰিলে। এই খিনিতেই এটি ডাঙৰ ভুল হৈ গল। তেতিয়াৰে পৰা আজিলৈকে অসমলৈ বিদেশীৰ অবিশ্ৰান্ত সোঁত বৈ আহিছে আৰু অসমীয়াৰ তুলনাত এতিয়া অসমত বিদেশীৰ সংখ্যাহে বেচি হব লগা হৈছে। অসমীয়াৰ ৰক্ষণশীল মনোভাৱেও তেওঁলোকক বহুত ক্ষেত্ৰত সহায় কৰিছিল।

বঙ্গদেশ আমাৰ চুবুৰীয়া আৰু তাৰ অধিবাসী সকলো ইংৰাজৰ প্ৰভাৱত পৰি অসমীয়া লোকতকৈ বহুত আগতেই, শিক্ষিত আৰু সভ্য হৈ পৰিছিল। দেশ শাসনত শিক্ষিত লোকৰ আৱশ্যক হোৱাত আৰু অসমত তেনে শিক্ষিত লোক নথকাত ইংৰাজে অৰ্দ্ধশিক্ষিত কিছুমান লোকক আমদানি কৰিলে। সিবিলাকে তেতিয়াৰে পৰা অসমত খুটি পুতিলে। কিন্তু নিজৰ কৃষ্টি সভ্যতা হলে নেৰিলে। সিঁহতৰ চতুৰ বুজনিত আচহুৱা ইংৰাজে অসমত অসমীয়াৰ সলনি বঙালী ভাষা শিক্ষাৰ মাধ্যম কৰি দিলে। পিচত যেনিবা আমেৰিকান হ্যাণ্টিঙ্ক মিছনাৰী সকলৰ যুটীয়া চেষ্টাৰ ফলত "অসমীয়া" শিক্ষাৰ মাধ্যম হ'ল। সকলোৱে ভাবলে অসমৰ পৰা এটি ডাঙৰ সমস্যা আঁতৰ হৈ গল।

সময়ত আধুনিক অসমীয়া সাহিত্যই গা টঙ্গায়ো উঠিল। কিন্তু আজি অসমৰ সন্মুখত হঠাৎ প্ৰতিভাত হৈ উঠিল যে অসমীয়া ভাষা বৰ্ত্তমান সময়লৈকেও অপ্ৰতিদ্বন্দী নহয়। এতিয়াও ইয়াৰ নিশ্চয়তা নাই। অসমীয়া লোকৰ খোৱোপাগলি আৰু অজ্ঞাত কুলশীলক আশ্ৰয় দান দিয়াই নিশ্চয় ইয়াৰ এটা প্ৰধান কাৰণ।

অসমীয়া লোকে তেওঁলোকৰ ভাষা শিক্ষাৰ মাধ্যম অসমীয়া হোৱাতে ৰহি নাথাকি সকলো বহিৰাগতকে শিকাবৰ বিশেষ ব্যৱস্থা কৰাহেতেন আৰু বহিৰাগতেও অসমক মাতৃভূমি বুলি ভাবি, নিজৰ পুৰণি কৃষ্টি এৰি অসমীয়াৰে সৈতে এক জাতি হৈ মিলি যাবলৈ যদি চেষ্টা কৰিলেহেতেন, আজি ভাষা সমস্যা দেশৰ সন্মুখত ইমান ভয়ানক ভাবে নিশ্চয় (যত পদে পদে প্ৰাণ হানিৰো আকাঙ্খা— যাঠি চনত ৰবপূজাৰী, সূৰ্য্য বৰাৰ পিচতে ৭২ ত অসমত ভাষা সমস্যাৰ সন্মুখীন হৈ ছয়জন বীৰে প্ৰাণ আহুতি দিলে) উপস্থিত নহলহেতেন; কিন্তু তাকে নকৰি নাকত তেল দি শুই থকাৰ ফলত বিদেশীয়ে সুবিধা পাই অসমীয়াক নিজৰ দেশত আজি ভগনীয়া সজাবলৈ কাৰবাৰ কৰিছে।

গতিকে বিদেশী সকলক অসমীয়া কৃষ্টি সভ্যতাত জাহ যাবলৈ শিকোৱাৰ ব্যৱস্থা কৰা আৰু তেওঁ লোকে যাতে মনে প্ৰাণে প্ৰকৃত

অসমীয়া বুলি পৰিচয় দিবলৈ সমৰ্থ হয়; তাৰ প্ৰয়াস কৰাটো একান্ত কৰ্ত্তব্য। তদুপৰি অসম সাহিত্য সভাৰ চত্বাৰিংশ অধিবেশনত প্ৰকাশ কৰা সভাপতিৰ বাৰদফীয়া আচনি কাৰ্য্যত ৰূপায়িত হলে অসমীয়া ভাষাৰ কিয়দংশ সমস্যা সমাধান হবৰ আশা। সেয়েহে সকলো প্ৰকাৰৰ আৱৰ্জ্জনা মচিমুচ কৰি প্ৰাচীন ভৌগোলিক সীমাৰ ভিতৰত অৱস্থিত দেশ মাতৃকাৰ সন্তান সকলৰ মাতৃ পূজাৰ বোধন মন্ত্ৰ উচ্চাৰিত কৰিবৰ এইয়া উপযুক্ত সময়।

## — সঁজাৰ পখী —

মোঃ মোকছেদ আলী ( শিক্ষক )

হে পিঞ্জৰাবদ্ধ পখীটি !
কোনে বুজে তব' গোপন প্ৰাণৰ,
গুপুত হিয়াৰ বেদনা ৰাশি।
দেখিলে তোমাক বাহিৰৰ পৰা,
আছা যেন আনন্দত হৈ মতলীয়া;
কিন্তু; ভিতৰি ভিতৰি তুমি তেনেই দুখীয়া।
নোৱাৰে বুজিব কোনেও, তোমাৰ দুখ,
আপোন সুখতেই সকলো বিভোৰ।
কবলৈ শিকা নাই আনৰ কাহিনী,
অব্যক্ত বেদনাত নিজকে পাহৰি।
বিধিয়ে লিখিলে তোমাৰ ভাগ্যত,
কটাব লাগিব দুখতে জীৱন।
চকুলোৰে তুমি তিয়াবা ধৰণী,
তথাপিতো নেপাবা শান্তনাৰ বাণী।

সহস্ৰ বেদনাত গুপুতে কান্দিলা,
লুকাব নোৱাৰি প্ৰকাশি পেলালা।
বুজিলা শেহত শিলৰ পৰা
নোলায় কদাপি অমিয় ধাৰা।
বুজিলা সকলো অৰণ্য ৰোদন
সকলো মিছা সকলো সপোন।
আজিৰ জগতে আজিৰ সমাজে
জানিও নাজানে দুখীয়াৰ দুখ।
বুজিও নুবুজে দেখিও নেদেখে
আপোন স্বাৰ্থতেই আপুনি ব্যাকুল,
জানিলা শেষত আত্মবোধত
দুৰ্ব্বলৰ নাই ন্যায় জগতত।
তাকেই চিন্তি লভিবা শান্তি
ঈশ্বৰেই তোমাৰ পৰম গতি।



# সম্পাদকীয়—

## সাধাৰণ সম্পাদকৰ প্ৰতিবেদন—

জয় জয়তে সকলো ছাত্ৰ-ছাত্ৰীৰ হৈ, নানা ঘাট-প্ৰতিঘাটৰ মাজেৰে নানা কষ্ট স্বীকাৰ কৰি হাউলী সাহায্যপ্ৰাপ্ত উচ্চ ইংৰাজী বিদ্যালয় প্ৰতিষ্ঠা কৰোঁতা মহান সমাজসেৱী সকলোলৈ আন্তৰিক শ্ৰদ্ধা নিবেদিছো।

২য়তে সম্পাদকৰ গুৰু দায়িত্ব মোক অৰ্পিত কৰা কাৰণে হাউলী সাহায্যপ্ৰাপ্ত উচ্চ ইংৰাজী বিদ্যালয়ৰ সকলো ছাত্ৰ-ছাত্ৰী আৰু শিক্ষা-গুৰু সকললৈ মোৰ চেনেহ আৰু আন্তৰিক ভক্তি যাচিছো।

**ছাত্ৰ সভাঃ—** নিৰ্বাচনকে আদি কৰি নানা অসুবিধাৰ কাৰণে পলমকৈ ১০/১১ এপ্ৰিল তাৰিখে আমাৰ ছাত্ৰ সভা পতা হয়। অৱশেষত ছাত্ৰসকলৰ চেষ্টা আৰু শিক্ষক সকলৰ উপদেশ পূৰ্ণভাৱে আৰোপিত হলে. আগলৈয়াকৈ সভাখন পাতিব পৰা গলহেঁতেন।

**উৎসৱ পৰ্ব্বাদি পালনঃ—** প্ৰতি বছৰে পালন কৰি অহাৰ দৰে সৰস্বতী চৰণত পুষ্প প্ৰদান কৰা হয়। তাৰোপৰি ফাতেহাই-দোৱাজ-দাহম, মহৰম আদি উৎসৱো পালন কৰা হয়।

গণৰাজ্য দিৱস, স্বাধীনতা দিৱস আদিত ছাত্ৰ সকলৰ লগতে জাতীয় প্ৰতিৰক্ষা বাহিনীয়ে কুচকাৱাজ প্ৰদৰ্শন কৰে।

**সোঁৱৰণী সভাঃ—** অসমীয়া কাব্য আকাশৰ জোটাতৰা স্বৰূপ শ্ৰীমন্ত শঙ্কৰদেৱৰ সোঁৱৰণী সভা পাতিবলৈ স্থিৰ হয় যদিও ই নানা কাৰণত কাৰ্য্যকৰী নহল। পিচত মহাপুৰুষ মাধৱদেৱ আৰু জাতিৰ পিতা মহাত্মা গান্ধীৰ জন্ম দিন সমাৰোহেৰে পালন কৰা হয়।

**স্কুলৰ অসম্পূৰ্ণ কামঃ—** আমাৰ স্কুলত লৰাৰ এটি জিৰণি কোঠালী নাই। স্কুল নিৱৰ্তিৰ সময় ছোৱাত আমি বাহিৰে কাকত নাইবা এখনি পুথি পঢ়িবলৈ অকণিমান সুবিধা নাপাওঁ। জানলী এখনি লিখিবলগীয়া হলে চকীদাৰৰ কোঠালৈ যাব লাগে; গতিকে অনতি পলমে আমাক এটি "ছাত্ৰৰ জিৰণি" কোঠা লাগে।

বুৰঞ্জী বিজ্ঞান আৰু ভূগোলৰ মেপবোৰ ৰখাৰ এটা বিশেষ কোঠাৰ দৰ্কাৰ। স্কুলৰ চাৰিওকাষৰ দেৱালখনো আধৰুৱা হৈয়ে থাকিল। এই কামৰ সু-ব্যৱস্থাৰ কাৰণে কৰ্ত্তৃপক্ষৰ পূৰ্ণদৃষ্টি আকৰ্ষণ কৰা হ'ল।

এইবছৰৰ কাৰ্য্যকাৰী সভা তলত উল্লেখ কৰা ধৰণে ১৯৭১—১৯৭২ ইং চনৰ কাৰ্য্যকাৰী কমিটী গঠন কৰা হয়।

সভাপতি— শ্ৰীপৱন চন্দ্ৰ শৰ্ম্মা বি, এ, বি টি ( প্ৰধান শিক্ষক )
উপ সভাপতি— শ্ৰীসদানন্দ দাস (শিক্ষক)
সম্পাদক— শ্ৰীমিহিৰাম নাথ ।
সহ: সম্পাদক— শ্ৰীঘনকান্ত দাস

খেল বিভাগত—
পৰিচালক— শ্ৰীসুৰেন্দ্ৰ নাথ দাস (শিক্ষক)
সম্পাদক— শ্ৰীলক্ষীকান্ত দাস
সহ: সম্পাদক— শ্ৰীপ্ৰাণগোপাল দাস
ভলিবল সম্পাদক— শ্ৰীবনমালী দাস
ক্ৰিকেট সম্পাদক— শ্ৰীঅনিল কৰ্ম্মকাৰ
ইন্দোৰ গেমছ— শ্ৰীউপেন দাস

খেল বিভাগত ( ছোৱালী )
ইন্দোৰ গেমচ সম্পাদিকা— শ্ৰীনীলিমা চৌধুৰী
সহ: সম্পাদিকা— শ্ৰীমঞ্জুলা দাস

আলোচনী বিভাগত—
পৰিচালক— শ্ৰীবলভদ্ৰ দেৱ অধিকাৰী বি, এ, বি টি ( শিক্ষক )
সম্পাদক— শ্ৰীঅভিজিৎ দাস
সহঃ সম্পাদক— শ্ৰীপ্ৰসেনজিৎ দাস

সঙ্গীত আৰু কৃষ্টি শাখা—
সম্পাদক— মহ: তুফাজ্জল হ'ক
সহঃ সম্পাদক— শ্ৰীমনোজ কুমাৰ চৌধুৰী
" " ( ছোৱালী ) শ্ৰীদিলীপি দাস

প্ৰাৰ্থনা সভা—
সম্পাদক দ্বয়— শ্ৰীখনীন্দ্ৰ নাথ দাস
শ্ৰীবনমালী দাস

সংবাদ যোগনীয়াৰ—
সম্পাদক— শ্ৰীপ্ৰাণনাথ পাঠক
সহ: সম্পাদক— শ্ৰীখেমেন্দ্ৰ দেৱ শৰ্ম্মা

পুথিভঁৰাল—
পৰিচালক— শ্ৰীহৰিমোহন শৰ্ম্মা বি, এ বি টি ( শিক্ষক )
সম্পাদক— শ্ৰীপ্ৰাণকৃষ্ণ দাস

সমাজ সেৱা—
সম্পাদক দ্বয়— শ্ৰীপ্ৰসন্ন কুমাৰ পাঠক
শ্ৰীটিকেন্দ্ৰজিৎ দাস

আমাৰ আৱশ্যক আমাক লাগে—
২৩/৯/৭২ ইং তাৰিখে এখনি কাৰ্য্যকাৰী সভা পাতি আমি নিম্ন লিখিত প্ৰস্তাৱ সমূহ গ্ৰহণ কৰি কৰ্তৃপক্ষক জনাওঁ।

প্ৰস্তাৱ সমূহ—

১। পঢ়া কোঁঠালি, জিৰণি কোঁঠালি আদিৰ কাৰণে ঘৰ লাগে আৰু বৰ্ত্তমান স্কুল ঘৰৰ পিছফালে এখন বাৰাণ্ডা লাগে।

২। ৰ'দ বৰষুণৰ কাৰণে বহু সময়ত সভা-সমিটী পৰিত্যক্ত হয় গতিকে শুকলমে সভা-সমিটী আদি পাতিব পৰাকৈ "এটি প্ৰেক্ষাগৃহ" অনতিপলমে আমাক লাগিবই।

৩। ছোৱালীৰ কাৰণে এটি সুকীয়া পকা প্ৰসাৱ ঘৰ লাগে ; পুৰণিটো ব্যৱহাৰৰ অনুপযোগী।

৪। স্কুলৰ ৰেডিঅ' আৰু চিলাইকল দুটা অতি সোণকালে কামত খটাব লাগে।

৫। স্কুলৰ সমুখত ফুলনি বাগিছা পাতিবলৈ ছাত্ৰক দা, কোৰ আদিৰ যোগান ধৰিব লাগে।

৬। পুথিভঁৰালৰ ভাৰপ্ৰাপ্ত শিক্ষকজনক

শেষৰ দুইপিৰিয়দ ছুটি দিব লাগে।

৭। বিজুলী পাখা যোগান ধৰিব লাগে।

৮। ইন্দোৰ গেমচ্ আৰু আউট দোৰ গেমচৰ আটাই খেলৰ সজুলি যোগান ধৰিব লাগে আৰু খেলবোৰ ছাত্ৰক শিকোৱাৰ ব্যৱস্থা কৰিব লাগে।

**প্ৰবেশিকা পৰীক্ষাৰ ফলাফল—** ১৯৭১ ইং চনৰ আমাৰ স্কুলৰ প্ৰবেশিকা পৰীক্ষাৰ উত্তীৰ্ণৰ হাৰ ৬৮% জন। যোৱা বাৰতকৈ এই বাৰৰ ছাত্ৰ-ছাত্ৰীয়ে অধিক ভাল ফল দেখুৱাই স্কুলৰ গৌৰৱ বঢ়াব বুলি আশা থাকিল।

**কৃতজ্ঞতা জ্ঞাপন—** স্কুলৰ ছাত্ৰ-ছাত্ৰীৰ সকলৰ একাগ্ৰতা আৰু শিক্ষক মণ্ডলীৰ অনুপ্ৰেৰাই মোক কামত আগবঢ়াত সহায় কৰি আহিছে। তেওঁলোকলৈ মোৰ শ্ৰদ্ধা, প্ৰীতি অৰ্পিলো। ক্ষমা বিচাৰি - নানা অসুবিধাৰ মাজত পৰি মই জ্ঞাত বা অজ্ঞাত ভাবে নানাজনক নানা কৰ্কথনা-বিকৰ্থনা কৰিব পাৰো; গতিকে এই দোষৰ বাবে সকলোৰে ওচৰত ক্ষমা ভিক্ষা কৰিছো।

শেষত সভাপতি মহোদয়, মাননীয় ব্যাক্তি সকললৈ মোৰ চিৰকৃজ্ঞতা অৰ্পণ কৰি সামৰণি মাৰিছো। ইতি—

শ্ৰীমিহিৰাম নাথ
সাধাৰণ সম্পাদক, হাউলী ছাত্ৰসভা।



## —ঃ খেলবিভাগৰ সম্পাদকীয় প্ৰতিবেদন ঃ—

প্ৰথমতে মই মোৰ শ্ৰদ্ধা ভৰা কৃতজ্ঞতাৰ শৰাই আগবঢ়ালো। মোৰ শাখাৰ ভাৰপ্ৰাপ্ত শিক্ষক শ্ৰীসুৰেন্দ্ৰ দাসৰ সহায় আৰু সহানুভূতিৰ বাবে।

অইন বাৰৰ দৰে এইবাৰো অতি জাক-জমকতাৰে স্কুলৰ ক্লাচ টুৰ্ণামেন্ট হৈ যায়। এই প্ৰতিযোগিতাৰ মজলীয়া শ্ৰেণীৰ ফুটবল ফাই-নেলত ৪ৰ্থ মান শ্ৰেণী ৬ষ্ঠ মানক (৪–০) আৰু উচ্চ শ্ৰেণীৰ ৭ম মানে ৯ৰম মানক (৩–০) পৰাজিত কৰি শ্বিল্ড লাভ কৰে।

ইয়াৰ উপৰিও এইবাৰ আমাৰ স্কুল দলে "ৰমাকান্ত মেমোৰিয়েল শ্বিল্ড" আৰু "বিশ্বনাথ দাস ট্ৰফীত" যোগদান কৰে। আমাৰ স্কুল দলে ক্ৰমে প্ৰথম শ্বিল্ডত ভাৱানীপুৰ হাইস্কুল আৰু ২য় ট্ৰফীত বাজেগাওঁ দলৰ লগত পৰাজিত হয়। পৰাজয় স্বীকাৰ কৰিলেও আমাৰ স্কুল দলে দৰ্শকৰ ভূয়সী প্ৰশংসা পায়।

১৯৬৯ চনত আমাৰ স্কুল দলে জিলা টুৰ্ণামেন্টত অংশ গ্ৰহণ কৰি ফুটবলত গুৱাহাটী নাইট হাইস্কুলৰ লগত ছেমিফাইনেলত পৰাজিত



১৯৭২ চনৰ বাৰ্ষিক খেল প্ৰতিযোগিতাৰ শ্ৰেষ্ঠ
প্ৰতিযোগী — শ্ৰীপ্ৰাণগোপাল দাস
নৱম মান শ্ৰেণী (খ শাখা)



শ্ৰীঅভিজিৎ দাস (সম্পাদক)
১৯৭২ চনৰ বাৰ্ষিক পূৰ্ণাঙ্গ নাটকত
শ্ৰেষ্ঠ অভিনেতাৰ সন্মান লাভ
কৰিছে।



শ্ৰীটিকেন্দ্ৰজিৎ দাস দশম মান শ্ৰেণী
১৯৭২ চনৰ বাৰ্ষিক একাংকিকা নাট
প্ৰতিযোগিতাত শ্ৰেষ্ঠ অভিনেতাৰ
সন্মান লাভ কৰিছে।

হয় ( ২-১ ) ! বৰ দুখৰ বিষয় সেই-বাৰৰ পৰা আমাৰ স্কুল দলে জিলা টুৰ্ণামেণ্টত যোগদান কৰিব পৰা নাই। যাতে প্ৰতি বছৰেই আমাৰ স্কুল দলে জিলা টুৰ্ণামেণ্টত যোগদান কৰিব পাৰে তাৰ কাৰণে চেষ্টা কৰিবলৈ মই কৰ্তৃপক্ষক টানি অনুৰোধ কৰিলো।

আমাৰ স্কুলত ফুটবল, ক্ৰিকেট, বেড-মিণ্টন, বাচকেট বল আদি নানাধৰণৰ খেলৰ সামগ্ৰী থকা সত্বেও কিছুমান খেলত আমি অংশ গ্ৰহণ কৰিব পৰা নাই, আনকি কিছুমান খেল খেলাৰ ধৰণকো আমি শিকিব পৰা নাই। ইয়াৰ কাৰণে খেল শিকাৰ কোনো নিৰ্দ্দিষ্ট সময় ধৰা বন্ধা নাই।

আমাৰ খেলৰ সামগ্ৰী ৰখাৰ কাৰণে কোনো কোঠালী নাই। এই কাৰণে আমি বহুতো অসুবিধা ভোগ কৰিব লগাত পৰিছো। গতিকে অনতি পলমে ইয়াৰ যথাযত ব্যৱস্থা লবলৈ অনুৰোধ কৰিলো।

সকলো কামতে উৎসাহ-উদ্দীপনা আগ-বঢ়োৱা কাৰণে শিক্ষক মণ্ডলী আৰু ছাত্ৰ বন্ধু সকলৰ ওচৰত কৃতজ্ঞতা জ্ঞাপন কৰিছো।

—নমস্কাৰ—

শ্ৰীলক্ষীকান্ত দাস

সম্পাদক, খেল বিভাগ

## —ঃ বছৰেকীয়া খেল ধেমালি ১৯৭২ ঃ—

আমাৰ স্কুলৰ বছৰেকীয়া খেল ধেমালীক উন্নত পৰ্য্যায়ৰ কৰিবৰ কাৰণে ইয়াক শ্ৰেণী টুৰ্ণামেণ্ট নাম দি পৰিচালনা কৰা হয়।

তলত যোৱা বছৰৰ কাৰ্য্য-সূচী আৰু খেলৰ ফলা-ফলৰ তালিকাখন দিয়া হয়।

১৯ফেব্ৰুৱাৰী ১৯৭২—

ৰাতিপুৱা ৭-৩০ বজাত প্ৰত্যেক শ্ৰেণীৰ পতাকা লৈ খেল পথাৰলৈ শোভাযাত্ৰা।

৮বজাত পতাকা উত্তোলন।

উত্তোলনকাৰী— শ্ৰীকেশৱ চন্দ্ৰ দাস,
মেনেজিং কমিটীৰ প্ৰাক্তন সভ্য।

মূখ্য অতিথিদ্বয় — শ্ৰীযাদব চন্দ্ৰ দাস,
শিঃ নৰ্ম্মাল স্কুল।
.... .... .... —শ্ৰীনাৰায়ণ শৰ্ম্মা,
অধ্যক্ষ হাউলী নৰ্ম্মাল স্কুল।

৮-৩০বজাত, খেল উদ্বোধন —
শ্ৰীমান প্ৰাণগোপাল দাস,
১৯৭১চনৰশ্ৰেষ্ঠ খেলুৱৈ।
শ্ৰীসুৰেন্দ্ৰ কুমাৰ দাস
খেল বিভাগৰ ভাৰপ্ৰাপ্ত শিক্ষক।

॥ঘ॥

## —ঃফলাফলঃ—

**মাৰ্চ পাষ্ট—**

১ম— দল — ৮ম মান ক শাখা
২য়— দল — ৬ষ্ঠ মান ক শাখা

**১০০ মিটাৰ দৌৰ—**

(ক শাখা)

১ম— প্ৰাণগোপাল দাস — ৯ম মান শ্ৰেণী (খ)
২য়— বসুধন নাথ — ৮ম মান ,, (খ)
৩য়— অনিল কৰ্ম্মকাৰ — ৯ম মান ,, (খ)

(খ শাখা)

১ম— ফুলেন্দ্ৰ দাস — ৭ম মান শ্ৰেণী (ক)
২য়— ধ্বজেন দাস — ৭ম মান ,, (ক)
৩য়— (ক) প্ৰদীপ দাস — ৭ম মান ,, (ক)
(খ) জাকৰ আলী — ৫ম মান ,, (ক)

(গ শাখা)

১ম— বিন্দু বড়ো — ৪ৰ্থ মান শ্ৰেণী (খ)
২য়— দিলীপ নাথ — ৫ম মান ,, (খ)
৩য়— কনক দাস — ৫ম মান ,, (খ)

(ছোৱালী)

১ম— দিলীপি দাস — ১০ম মান শ্ৰেণী
২য়— কমলা দাস — ১০ম মান ,,
৩য়— মঞ্জুলা দাস — ৭ম মান ,, (ক)

**২০০ মিটাৰ দৌৰ—**

(ক শাখা)

১ম— প্ৰাণ গোপাল দাস — ৯ম মান শ্ৰেণী (খ)
২য়— বসুধন নাথ — ৮ম মান (খ)
৩য়— অনিল কৰ্ম্মকাৰ — ৯ম মান (খ)

(খ শাখা)

১ম— ধ্বজেন দাস — ৭ম মান শ্ৰেণী (ক)
২য়— জগন্নাথ বড়ো — ৫ম মান ,, (ক)
৩য়— কুলেন্দ্ৰ দাস — ৮ম মান,, (ক)

(গ শাখা)

১ম— কুলেন দাস — ৭ম মান শ্ৰেণী (ক)
২য়— ৰবীন শীল — ৬ষ্ঠ মান ,, (খ)
৩য়— খনীন্দ্ৰ নাথ — ৮ম মান ,, (খ)

(ছোৱালী)

১ম— দিলীপি দাস — ১০ম মান শ্ৰেণী
২য়— মঞ্জুলা দাস — ৭ম মান ,, (ক)
৩য়— মিণু দেবী — ৯ম মান ,, (ক)

(ঘ শাখা)

১ম— প্ৰদীপ দাস — ৫ম মান শ্ৰেণী (ক)
২য়— চন্দ্ৰ কান্ত বড়ো — ৪ৰ্থ মান ,, (খ)
৩য়— চন্দ্ৰ কান্ত দাস — ৫ম মান ,, (খ)
৪ৰ্থ— কনক দাস — ৫ম মান ,, (খ)

**শট-পুট—**

(ক শাখা)

১ম— মিহিৰাম নাথ — ১০ম মান =১০'৫ মিঃ
২য়— ডিম্বেশ্বৰ নাথ — ৬ষ্ঠ মান (খ) =৯'৯৪ মিঃ
৩য়— বনমালী দাস — ৯ম মান (খ) =৯'২ মিঃ

(খ শাখা)

১ম— জগন্নাথ বড়ো — ৫ম মান (ক) =১০'৬৬ মিঃ
২য়— ফুলেন নাথ — ৮ম মান (খ) =১০'৫৪ মিঃ
৩য়— কেশৱ নাথ — ৮ম মান (খ) =১০'৩৯ মিঃ

(ছোৱালী)

১ম— দিলীপি দাস — ১০ম মান ৬'৯০ মিঃ

২য়— ভানুমতি দাস ১০ম মান = ৬'৩০ মিঃ
৩য়— মিনু দেৱী ৯ম মান (ক) = ৬'১৮ মিঃ

কুকুৰা যুঁজ—

(গ শাখা)

১ম— দল (ক) কনক দাস ৫ম মান (খ)
(খ) প্ৰদীপ দাস ৫ম মান (ক)
২য়— দল (ক) আবেদুৰ ৰহমান ৫ম মান (ক)
(খ) প্ৰাণজিৎ দাস ৭ম মান (খ)
৩য়— দল (ক) মহম্মদ আলি ৫ম মান (খ)
(খ) চন্দ্ৰকান্ত দাস ৫ম মান (খ)

কাঁহি দলিওৱা—

(ক শাখা)

১ম — মিহিৰাম নাথ ১০ম মান = ২২'৫ মিঃ
২য়— পৰমেশ্বৰ দাস ৮ম মান (খ) = ১১'৩৩ মিঃ
৩য়— অনিল দাস ৭ম মান (ক) = ২১'২৩ মিঃ

(ছোৱালী)

১ম— দিলীপি দাস ১০ম মান শ্ৰেণী = ১৪'৩ মিঃ
২য়— ভানুমতি দাস ১০ম মান =১৩'৮ মিঃ
৩য়— নিৰ্মলা দাস ৯ম মান (ক) =১২'১৪ মিঃ
৩য়— মিনু দেৱী ৯ম মান (ক) =১৮'৮ মিঃ
২য়— দিলীপি দাস ১০ম মান শ্ৰেণী = ১৭'৭ মিঃ
৩য়— ভানুমতি দাস ১০ম মান =১৬'২৫ মিঃ

৮০০ মিটাৰ দৌৰ—

(ক শাখা)

১ম— প্ৰাণগোপাল দাস ৯ম মান শ্ৰেণী (খ)
২য়— সতীশ দাস ১০ম মান
৩য়— উপেন্দ্ৰ দাস ১০ম মান

(খ শাখা)

১ম — ফুলেন্দ্ৰ নাথ ৮ম মান (খ)
২য়— প্ৰানেশ্বৰ স্বৰ্গীয়াৰী ৮ম মান (খ)
৩য়— বহ্নধন নাথ ৮ম মান (খ)

মাৰাথান দৌৰ—

১ম— উপেন দাস ১০ম মান
২য়— প্ৰাণ গোপাল দাস ৯ম মান (খ)
৩য়— ৰাজেন দাস ৯ম মান (ক)
৪ৰ্থ— (ক) পৰেন দাস ৮ম মান (খ)
(খ) বনমালী দাস ৯ম মান (খ)
৫ম— বিবেক দাস ৯ম মান (ক)

তিনিঠেঙীয়া দৌৰ—

(ঘ শাখা)

১ম দল— (ক) দীপক নাজিৰ ৬ষ্ঠ মান (ক)
(খ) অৰবিন্দ নাথ ৫ম মান (ক)
২য় দল— (ক) সুভাষ নাথ ৪ৰ্থ মান (গ)
(খ) নবকান্ত দাস ৪ৰ্থ মান (ক)
৩য় দল— (ক) বিন্দুৰাম বড়ো ৪ৰ্থ মান (খ)
(খ) শৰৎ বড়ো ৫ম মান (খ)
৪ৰ্থ দল— (ক) অশোক বোথৰা ৫ম মান (খ)
(খ) হৰেকৃষ্ণ বসাক ৫ম মান (খ)

দীঘল জাপ—

(ক শাখা)

১ম— প্ৰাণগোপাল দাস ৯ম মান শ্ৰেণী
২য়— সতীশ দাস ১০ম মান ,,
৩য়— অনিল কৰ্ম্মকাৰ ৯ম মান ,, (খ)

( খ শাখা )

| | | |
|---|---|---|
| ১ম— | প্ৰাণেশ্বৰ স্বৰ্গীয়াৰী | ৮ম মান (খ) |
| ২য়— | (ক) জগদীশ দাস | ৮ষ্ঠ মান (খ) |
| | (খ) ভিম্বেশ্বৰ নাথ | ৬ষ্ঠ মান (খ) |
| ৩য়— | বসুনাথ | ৮ম মান (খ) |

( গ শাখা )

| | | |
|---|---|---|
| ১ম— | ধজেন দাস | ৭ম মান (ক) |
| ২য়— | প্ৰাণজিৎ দাস | ৭ম মান (খ) |
| ৩য়— | কনক শৰ্ম্মা | ৮ম মান (ক) |

( ঘ শাখা )

| | | |
|---|---|---|
| ১ম— | আজাহৰুল ইচলাম | ৫ম মান (ক) |
| ২য়— | (ক) প্ৰদীপ দাস | ৫ম মান (ক) |
| | (খ) সুভাষ নাথ | ৪ৰ্থ মান (ক) |
| ৩য়— | বিন্দু বড়ো | ৪ৰ্থ মান (খ) |

ওখ জাপ—

( ক শাখা )

| | | |
|---|---|---|
| ১ম— | উপেন দাস | ১০ম মান |
| ২য়— | প্ৰাণগোপাল দাস | ৯ম মান |

( খ শাখা )

| | | |
|---|---|---|
| ১ম— | জগদীশ দাস | ৮ম মান (খ) |
| ২য়— | বিবেক দাস | ৯ম মান (ক) |
| ৩য় | (ক) বসুধন নাথ | ৮ম মান (খ) |
| | (খ) ভিম্বেশ্বৰ নাথ | ৬ষ্ঠ মান (খ) |

( গ শাখা )

| | | |
|---|---|---|
| ১ম— | বেলি পাঠক | ৫ম মান (গ) |
| ২য়— | ধজেন দাস | ৭ম মান (ক) |
| ৩য়— | কনক শৰ্ম্মা | ৮ম মান (খ) |

( ঘ শাখা )

| | | |
|---|---|---|
| ১ম— | বসন্ত শৰ্ম্মা | ৬ষ্ঠ মান শ্ৰেণী |
| ২য়— | শৈলেন দাস | ৫ম মান ,, |
| ৩য়— | (ক) সুধীৰ সাহা | ৪ৰ্থ মান ,, |
| | (খ) প্ৰবীৰ দাস | ৬ষ্ঠ মান ,, |
| | (গ) মঙ্গল ঘোষ | ৫ম মান ,, |

পোল্ট ভল্ট—

( ক শাখা )

| | | |
|---|---|---|
| ১ম— | উপেন দাস | ১০ম মান |
| ২য়— | প্ৰাণজিৎ দাস | ১০ম মান |

( খ শাখা )

| | | |
|---|---|---|
| ১ম— | বিবেক দাস | ৯ম মান (ক) |
| ২য়— | কনক শৰ্ম্মা | ৮ম মান (ক) |
| ৩য় | (ক) জগদীশ দাস | ৮ম মান (খ) |
| | (খ) ভুপেন্দ্ৰ দাস | ৮ম মান (খ) |

(গ শাখা)

| | | |
|---|---|---|
| ১ম— | চন্দ্ৰ দাস | ৫ম মান (খ) |
| ২য়— | গণেশ দাস | ৮ম মান (খ) |
| ৩য়— | (ক) দিলীপ সাহা | ৬ষ্ঠ মান (ক) |
| | (খ) প্ৰাণজিৎ দাস | ৭ম মান (খ) |

শ্ৰেষ্ঠ খেলুৱৈ ১৯৭২ চন— শ্ৰীমান গোপাল দাস
৯ম মান শ্ৰেণী খ-শাখা

   

# আলোচনী বিভাগৰ সম্পাদকীয় চʼৰা

নৱৰূপেৰে ওলালহি অঞ্জলিঃ—

আজি দুবছৰে অঞ্জলিয়ে ৰিঙিয়াই ৰিঙিয়াই কৈছিল— " মোক এন্ধাৰৰ পৰা পোহৰলৈ নিয়া, মৃত্যু মুখৰ পৰা উদ্ধাৰি অমৰত্ব দান কৰা। শেষত কেইগৰাকীমান পূজ্যস্পদ শিক্ষাগুৰু আৰু ছাত্ৰ-ছাত্ৰীৰ অশেষ চেষ্টাত নৱ সাজেৰে নৱৰূপেৰে সকলোৰে আগত ওলালহি হাউলী উচ্চ বিদ্যালয়ৰ বছৰেকীয়া মুখপত্ৰ " অঞ্জলি "।

সাহিত্য আৰু ছাত্ৰ সমাজ—

আজি কুৰি শতিকাত বহুতো গল্প উপন্যাস সৃষ্টি হৈছে, কিন্তু বেছি ভাগেই প্ৰগতিশীল নহয়। প্ৰগতিশীল লিখনি অসমত বৰ্ত্তমান তেনেই তাকৰ। তাৰ ভিতৰত বেছি ভাগ লিখনিয়েই প্ৰতিক্ৰিয়াশীল আৰু ৰুগ্নাবুৰ্জোৱা চিন্তাধাৰাৰ বাৰ্তা বহনকাৰী। এনেকুৱা চিন্তাধাৰাই নৈতিক মূল্য ৰক্ষা কৰিবটো নোৱাৰেই সমাজ পৰিবৰ্ত্তনো আনিব নোৱাৰে। ( অৱশ্যে নৱাগত সকলৰহে ) আজিৰ সাহিত্যিকে মধ্যনিম্ন, তথা গৰীব শ্ৰেণীৰ মানুহকলৈ কিছুমান গল্প-উপন্যাস লিখে কিন্তু সেই শ্ৰেণীৰ ওপৰত হোৱা কুৰিয়া ভাৰৰ পৰা কোনো পৰিত্ৰাণ পোৱাৰ কোনো সন্তেদ পোৱা নাযায়। অৱশ্যে এনেকুৱা অৱস্থাৰ মাজতো এচাম প্ৰগতিশীল সাহিত্যিকে নানা কাইটীয়া বন অতিক্ৰম কৰি নৱ সাহিত্যৰ সৃষ্টি কৰিবলৈ লৈছে ই বৰ আনন্দৰ কথা।

যি কি নহওক ছাত্ৰ-ছাত্ৰী সকলৰ প্ৰতি মোৰ এয়ে অনুৰোধ সাহিত্যৰ নৈতিক মূল্য বুজিহে যেন সাহিত্যলৈ হাত মেলে। জ্ঞান আহৰণৰ কাৰণে অধিক বুদ্ধিৰ আৱশ্যক নাই। নিজৰ মগজুত যিখিনি বুদ্ধি থাকে ইয়াৰ যথেষ্ঠ পৰিমাণে চৰ্চ্চা কৰিলেই যথেষ্ঠ হয়। ছাত্ৰ-ছাত্ৰী সকলেও চিন্তা চৰ্চ্চা কৰি নৱ সাহিত্যৰ সৃষ্টিত উঠি পৰি লাগি, প্ৰথম সৃষ্টিৰ বাবে অঞ্জলিকে অৱলম্বন কৰিবলৈ ভবিষ্যলৈ নিজকে একোজন উপযুক্ত প্ৰগতিশীল সাহিত্যিক হিচাবে প্ৰতিষ্ঠা কৰক।

অসম আৰু ছাত্ৰ সমস্যা—

অসমী আইৰ বিলাই বিপত্তি দেখিলে চকুপানী ওলায়। সমস্যা বহুল অসমক নানা সমস্যাই জটিলতাৰ ৰূপ ধাৰণ কৰিছে ; খাদ্য সমস্যা, বস্ত্ৰ সমস্যা, নিবনুৱা সমস্যা, পাঠ্য-পুথিৰ সমস্যা আৰু লগতে ৰাজনীতি সমস্যা, চোৰাং কাৰবাৰ আৰু খাইপাত ফলা বহিৰাগতৰ আগমনে আইৰ অস্তিত্ব নোহোৱা কৰি পেলাব বিচাৰিছে। এই বিলাক গধুৰ প্ৰশ্নৰ উত্তৰ নিদি ছাত্ৰ-ছাত্ৰী সকলে হাত সাৱটি

বহি থাকিলে নহব। ইয়াৰ সুস্থ জনমত গঢ়ি তোলা ছাত্র-ছাত্রীৰ কৰ্ত্তব্য। মেঘালয়, অৰুণাচলকে আদি কৰি অসমখন ভাঙি টুকুৰা টুকুৰ হল। তাৰোপৰি এচাম অশলাগীয়ে অসমীৰ প্ৰাপ্য স্বাৰ্থ হৰণ কৰি লব খুজিছিল। এই বিশৃঙ্খলাবোৰ সমাধান কৰিব যোৱাত ছাত্ৰ সকলক নানা বেমেজালিয়ে বাধা দিছে। ইয়াৰ উপৰি বছৰি বছৰি পাঠ্যপুথি বদলিকৰণে ছাত্ৰ-ছাত্ৰীক বিমোৰত পেলাইছে। বহুতো ছাত্র-ছাত্রীয়ে পইচাৰ অভাৱত বিদ্যালয় বাদ দিব লগাত পৰিছে।

শ্ৰদ্ধাঞ্জলি অৰ্পণ –

বাক্ষসী ৭২ চনটোৱে অসমী আইৰ কোলাৰ পৰা কেৰা গৰাকীও সু-পুত্ৰক অকালতে কাঢ়ি নিলে। ভাষা জননীৰ হকে প্ৰাণ আহুতি দিয়া মহান পুত্ৰ ভৱিষ্যত আছিল বহুতো; কিন্তু অকালতে মৰহি গল। আমি অতি দুখেৰে তেওঁলোকৰ আত্মাৰ সদগতি কামনা কৰিছোঁ।

নিজস্ব এষাৰ—

এই আলোচনীৰ যদিও বয়স বহুত তথাপি ই চালুকীয়া। এইবাৰৰ পৰা প্ৰতি বছৰে নিয়মিত ভাবে অঞ্জলি প্ৰকাশ পাব বুলি আশা ৰাখিলোঁ।

ছাত্র-ছাত্রীৰ প্ৰতিভাক দিঠকত পৰিণত কৰাৰ কাৰণেই অঞ্জলিৰ জন্ম।

পূজনীয় শিক্ষাগুৰুৰ অৱসৰ গ্ৰহণ—

সুদীৰ্ঘ ৩৪ বছৰ শিক্ষকতা কৰি থকা শিক্ষাগুৰু দেৱান আব্দুল হামিদে ১৯৭৩ চনৰ ৩১ জানুৱাৰীত আমাৰ বিদ্যালয়ৰ পৰা অৱসৰ পায়। তেখেত এজনা সু-খ্যাতিসম্পন্ন ৰসিক, প্ৰত্যুৎপন্নমতিৰ ধাৰ্মিক লোক। অসমীয়া সাহিত্যলৈ তেখেতৰ দানো আছে। ভগবানৰ ওচৰত তেখেতৰ সুদীৰ্ঘ মধুময় জীৱন কামনা কৰিছোঁ।

## কৃতজ্ঞতা জ্ঞাপন —

হাউলী উচ্চ ইংৰাজী বিদ্যালয়ৰ ছাত্র-ছাত্রী ভাই-ভনী সকলে মোক অঞ্জলিৰ সম্পাদনাৰ গুৰু ভাৰ দিয়াত মই তেওঁলোকলৈ ওলগ জনালোঁ। মোৰ দৰে হীনবুদ্ধিৰ লৰাই এই কামত কিমান আগবাঢ়িছো সেয়া আপোনালোকে বিচাৰ কৰিব। মই মাথো সজাই পৰাই উলিয়াই দিছো।

আলোচনীখন প্ৰকাশ কৰাত প্ৰধান শিক্ষক মহাশয় শ্ৰীপৱন শৰ্ম্মা আৰু আলোচনী উপদেষ্টা শ্ৰীবলভদ্ৰ অধিকাৰী দেৱৰ সহায় সহানুভূতি পাহৰিব নোৱাৰো। সহযোগী প্ৰসেনজিৎ দাস, ঘনকান্ত, মহিদুল আৰু মনোজৰ সহায়ো অধিক। পৰিশেষত পৰমেশ্বৰ ওচৰত অঞ্জলিৰ দীৰ্ঘায়ু কামনা কৰিলো।

জয় আই অসম।

অভিজিৎ দাস
সম্পাদক "অঞ্জলি"

নিম্ন লিখিত শিক্ষাগুৰু সকলে আমাক শিক্ষা দান কৰে—

শ্ৰীযুত পৱন চন্দ্ৰ শৰ্ম্মা বি, এ, বি-টি (প্ৰঃ শিঃ); প্ৰাণগোপাল নাথ বি এ, ভি টি (সহ প্ৰঃ শিঃ); বলভদ্ৰ দেৱ অধিকাৰী বি,এ; বি-টি জি, টি (আলোচনী বিভাগ); হৰিমোহন শৰ্ম্মা বি, এ, বি-টি (পুথিভঁৰাল বিভাগ; মিজানুৰ ৰহমান বি, এ শৈলেন্দ্ৰ চৌধুৰী বি, এ, তাৰাপদ সাহা বি, এচ, চি, বি-টি, খগেন্দ্ৰ নাথ চৌধুৰী বি, এচ, চি (অৰ্নাচ); ধীৰেন্দ্ৰ নাথ পূজাৰী আব্দুল দেৱান হামিদ (আৰবী শিক্ষক ৩১/১/৭৩ ইং তাৰিখে অৱসৰ পায়), যোগেন্দ্ৰ শৰ্ম্মা ব্যাকৰণ শাস্ত্ৰী (সংস্কৃত শিক্ষক) কাশীনাথ পাঠক সদানন্দ দাস বিনোদ চন্দ্ৰ দাস (শিক্ষা বিশাৰদ হিন্দী শিক্ষক); ধৰণীধৰ ভাগৱতী (এন, চি, চি, শিক্ষক) দীনেশচন্দ্ৰ শৰ্ম্মা (চিলাই আৰু ড্ৰিল শিক্ষক) টিকেন্দ্ৰজিৎ দাস সূৰ্য্য কুমাৰ চৌধুৰী (ড্ৰইং শিক্ষক); সুৰেন্দ্ৰ কুমাৰ দাস (খেল বিভাগৰ শিক্ষক) মকচেদ আলি বিশাৰদ (হিন্দী শিক্ষক); অৰুণ চন্দ্ৰ পাঠক এম, এচ, চি (আলি আকবৰ জোনাব শিক্ষক প্ৰশিক্ষণত যোৱাত তেওঁৰ পৰিবৰ্ত্তে)

——X——

হাউলী চৰকাৰী সাহায্য-প্ৰাপ্ত উচ্চ বিদ্যালয়ৰ বছেৰেকীয়া মুখপত্ৰ

# অঞ্জলি

ষোড়শ বছৰ

[ চতুৰ্থ সংখ্যা ]




শঙ্কৰাব্দ ৫২৪, চন ১৩৭৯, শকাব্দ ১৮৯৪, ইং ১৯৭২-৭৩



পৰিচালক:— শ্ৰীবলভদ্ৰ দেৱ অধিকাৰী
বি. এ. বি-টি. জি. টি

সম্পাদক:— শ্ৰীঅভিজিৎ দাস

ছাত্ৰ সভাৰ সভাপতি:—
শ্ৰীপৱন শৰ্ম্মা বি. এ. বি-টি
প্ৰধান শিক্ষক